# অভিনয় শেষ হ'ল





অসম সাহিত্য সভা

# অভিনয় শেষ হ'ল

সংকলয়িতা

শ্রীজগত চেতিয়া

সম্পাদক

ডঃ নগেন শইকীয়া




অসম সাহিত্য সভা

১৯৮৫

**Abhinaya Sesh H'al :** The performance Is Over—A collection of articles written in memory of Late Phunu Barua *alias* Parasuram Barua, compiled by Sri Jagat Chetia and edited by Dr. Nagen Saikia. Published by Sri Prafulla Chandra Bhattacharyya, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, Assam. 9 October, 1985. Price Rupees Ten only.



**অভিনয় শেষ হ'ল :** স্বৰ্গীয় ফুনু বৰুৱা ওৰফে পৰশুৰাম বৰুৱাৰ সোঁৱৰণত শ্ৰীজগত চেতিয়াৰ দ্বাৰা সংকলিত আৰু ড° নগেন শইকীয়াৰ দ্বাৰা সম্পাদিত প্ৰবন্ধ-সংকলন। প্ৰকাশক : শ্ৰীপ্ৰফুল্লচন্দ্ৰ ভট্টাচাৰ্য, প্ৰধান সম্পাদক, অসম সাহিত্যসভা। চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১, অসম। প্ৰথম প্ৰকাশ : ৯ অক্টোবৰ ১৯৮৫ খ্ৰীষ্টাব্দ।

মূল্য : দহ টকা মাত্ৰ

ছপাওঁতা : শ্ৰীকালীচৰণ পাল, নবজীৱন প্ৰেছ, ৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬



## প্ৰধান সম্পাদকৰ একাষাৰ

অসমৰ বোলছবি আৰু ৰংগমঞ্চ জগতৰ এটি সুপ্ৰসিদ্ধ নাম—ফুনু বৰুৱা। সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ কনিষ্ঠ পুত্ৰ, সংগীতজ্ঞ শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ অনুজ পৰশুৰাম বৰুৱা পৰিচিত-অপৰিচিত সকলোৰে বাবে আছিল ফুনু বৰুৱা। ১৯০১ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰা ফুনু বৰুৱাই ১৯৮২ খ্ৰীষ্টাব্দৰ ৯ অক্টোবৰ তাৰিখে শেষ নিশ্বাস ত্যাগ কৰিলে। তেখেতৰ মৃত্যুৰ লগে লগে যেন আধুনিক অসমৰ অভিনয় জগতৰ ইতিহাসৰো এটি অধ্যায়ৰ অন্ত পৰিল।

এই গৰাকী ব্যক্তিৰ সোঁৱৰণত এখনি গ্ৰন্থ যুগুত কৰাৰ বাবে আগবাঢ়ি আহিল তেখেতৰ গুণমুগ্ধ, সাহিত্য আৰু সংস্কৃতিসেৱী ব্যক্তি শ্ৰীজগত চেতিয়া। শ্ৰীযুত চেতিয়াই বিভিন্নজনৰ লগত যোগাযোগ কৰি সংগ্ৰহ কৰা প্ৰবন্ধসমূহ সম্পাদনা কৰি প্ৰকাশৰ উপযোগীকৈ তুলিলে অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক, অসমীয়া ভাষা-সাহিত্যৰ সেৱক ড° নগেন শইকীয়াই। শ্ৰীযুত চেতিয়া, ড° শইকীয়া আৰু প্ৰবন্ধ লেখক-লেখিকা-সকলৰ আগ্ৰহ, যত্ন আৰু বৰঙণি অবিহনে গ্ৰন্থখনিৰ প্ৰকাশ সম্ভৱ হৈ নুঠিলহেঁতেন। এই ছেগতে অসম সাহিত্যসভাৰ পক্ষৰপৰা সকলোটিলৈকে আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

অসম সাহিত্যসভাৰ পৰম হিতৈষী, সভাৰ সাংস্কৃতিক সন্মিলনৰ প্ৰাক্তন সভাপতি আৰু স্বৰ্গীয় ফুনু বৰুৱাৰ জ্যেষ্ঠ ভাতৃ শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱাদেৱে গ্ৰন্থখনি প্ৰকাশৰ বাবে আগবঢ়োৱা ছহেজাৰ টকাৰ আৰ্থিক সাহাযাৰ বাবে শ্ৰদ্ধেয় বৰুৱাদেৱলৈ অসম সাহিত্যসভাৰ পক্ষৰপৰা আমি জ্ঞাপন কৰিলোঁ সকৃতজ্ঞ শুভেচ্ছা। তদুপৰি, গ্ৰন্থখনি প্ৰকাশনৰ ক্ষেত্ৰত স্বৰ্গীয় ফুনু বৰুৱাৰ পত্নী শ্ৰীযুতা ক্ষীৰদাকুমাৰী বৰুৱানীৰ আন্তৰিক সহায় আৰু

সহযোগিতাও আমাৰ বাবে স্মৰণীয় হৈ থাকিব। শ্ৰদ্ধেয়া বৰুৱানীৰ প্ৰতিও সভাৰ কৃতজ্ঞতা আৰু শুভেচ্ছা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখনিৰ আঁহিকাকত চোৱাত সহায় কৰি দিয়াৰ বাবে প্ৰথিতযশা সাহিত্যিক, অধ্যাপক ড° লীলা গগৈদেৱৰ প্ৰতিও কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কলিকতাৰ নৱজীৱন প্ৰেছে গ্ৰন্থখনি ছপাই দিয়াৰ বাবে শলাগ ললোঁ। ইতি

**শ্ৰীপ্ৰফুল্লচন্দ্ৰ ভট্টাচাৰ্য**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

১ অক্টোবৰ, ১৯৮৫
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

৬/৭

## সূচীপাত

# অৱতৰণিকা

অসমীয়া চলচ্চিত্ৰৰ ইতিহাসত কিংবদন্তিৰ নায়ক হৈ পৰা জ্যোতিপ্ৰসাদৰ 'জয়মতী'ৰ গদাপাণিয়ে ১৯৮২ খৃঃৰ ৯ অক্টোবৰত শেষ নিশ্বাস ত্যাগ কৰিলে। গদাপাণিৰ ভূমিকাত অৱতীৰ্ণ হৈ ফুনু বৰুৱা, ওৰফে পৰশুৰাম বৰুৱাই নিজৰ জীৱন-বুৰঞ্জীত আৰু অসমীয়া বোলছবিৰ বুৰঞ্জীত ৰাখি থৈ যোৱা কৃতিত্বৰ স্বাক্ষৰ অমলিন হৈ ৰ'ল। আধুনিক অসমীয়া সঙ্গীতৰ ইতিহাসৰ সৰ্বাগ্ৰগণ্য পুৰুষ, প্ৰসিদ্ধ বেজদলৈ ভণ্ডাৰী বৰুৱা বংশৰ সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ ( ১৮৬৫-১৯১৪ ) কনিষ্ঠ পুত্ৰ ফুনু বৰুৱাই জন্মগ্ৰহণ কৰা তেওঁৰ জ্যেষ্ঠভাতৃ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু ফুনু বৰুৱা দুয়ো সঙ্গীতাচাৰ্যৰ জীৱনৰ ফুলনিত ফুলা একেটি থোপাৰে যেন দুটি ফুল। ইজনক এৰি সিজনৰ জীৱন ইতিহাস সম্পূৰ্ণ নহয়। ১৯০৫ খ্ৰীঃত মাতৃ জাহ্নৱীক আৰু ১৯১৪ খ্ৰীঃত পিতৃ লক্ষ্মীৰাম বৰুৱাক হেৰুৱাই দুয়ো ভ্ৰাতৃয়ে আৰম্ভ কৰিলে আত্মপ্ৰতিষ্ঠাৰ জীৱন-সংগ্ৰাম। কিন্তু জীৱনৰ কঠোৰ বাস্তৱতায়ো তেওঁবিলাকৰ সিৰে সিৰে বৈ থকা সাংস্কৃতিক সাধনাৰ সোঁত বন্ধ কৰিব নোৱাৰিলে। শৈশৱতে বাণ ষ্টেজৰ লগত গঢ় লৈ উঠা ফুনু বৰুৱাৰ অন্তৰঙ্গ সম্পৰ্কই তেখেতক ৰঙ্গমঞ্চৰ জগতলৈ টানি নিলে। সম-বয়সীয়া বন্ধু জ্যোতিপ্ৰসাদৰ সান্নিধ্যই শৈশৱতে তেখেতক অভিনয় জগতলৈ যাবলৈ যেন অধিক প্ৰেৰণা দিলে। পিতৃ সঙ্গীতাচাৰ্যৰ প্ৰভাৱ দুয়ো পুত্ৰৰ ওপৰত এনেভাৱে পৰিছিল যে সেয়ে তেওঁবিলাকৰ জীৱনাদৰ্শ আৰু জীৱনবোধ গঢ়ি উঠাতো সহায় কৰিছিল। ফুনু বৰুৱাই ৰঙ্গমঞ্চৰ জীৱনৰ উপৰিও সঙ্গীত-সাধনাৰ জীৱন এটিও নিৰ্বাহ কৰিছিল।

ফুনু বৰুৱাৰ জীৱন মানেই তেজপুৰৰ বাণ ষ্টেজৰ আৰু শিৱসাগৰৰ ৰংগমঞ্চৰ জীৱন। তেওঁৰ কৈশোৰ গঢ়ি দিলে বাণ ষ্টেজে আৰু ১৯২৮ খ্ৰীঃত তেখেতৰ ভৰ যৌৱনৰপৰা অন্তিম সময়লৈকে তেওঁৰ সাংস্কৃতিক সাধনাৰ ক্ষেত্ৰ তৈয়াৰ কৰি দিলে শিৱসাগৰৰ ৰংগমঞ্চই। স্ত্ৰীচৰিত্ৰৰ ভূমিকাৰে অভিনয় জীৱন আৰম্ভ কৰা ফুনু বৰুৱাই অসমীয়া নাটকৰ বিশিষ্ট চৰিত্ৰৰ

ৰূপায়ণেৰে অভিনয়ৰ বুৰঞ্জীত স্মৰণীয় কৃতিত্ব ৰাখি থৈ গৈছে। কেৱল সেয়ে নহয় অভিনয় আৰু সংগীতকলাৰ চৰ্চাৰ ক্ষেত্ৰত তেওঁ সমবয়সীয়া আৰু অনুজসকলৰ বাবে আছিল এটি জীৱন্ত প্ৰেৰণাৰ উৎস।

ফুনু বৰুৱা ওৰফে পৰশুৰাম বৰুৱাৰ জীৱনৰ এই কৃতিত্বতকৈয়ো তেখেতৰ পৰিচিতসকলৰ বাবে তেখেতৰ ব্যক্তিত্ব আছিল অধিক মোহনীয় আৰু আকৰ্ষণীয়। হৃষ্ট-পুষ্ট, সবল, সদালাপী, সদাহাস্যময়, সংস্কৃতিবান ফুনু বৰুৱাৰ মাজত আছিল শিশুৰ দৰে সৰল আৰু নিৰহংকাৰী এটি মন। অধ্যৱসায় আৰু একাগ্ৰতাৰে দুয়ো ভাতৃয়ে অসমৰ প্ৰসিদ্ধ চাহ-খেতিয়ক স্বৰূপে প্ৰতিষ্ঠা লাভ কৰিলেও তেওঁবিলাকৰ জীৱনৰ কোনো কথা আৰু কামৰ মাজেদি আত্মপ্ৰতিষ্ঠাৰ সামান্য গৌৰৱো বিৰিঙি নোলোৱাটো মন কৰিবলগীয়া কথা। বৰং হৃদ্যতা আৰু আন্তৰিকতাৰ প্ৰকাশে সংস্পৰ্শলৈ অহাজনক সহজেই আত্মীয় কৰি তোলে। ফুনু বৰুৱাৰ মাজতো এই বিশেষত্ব সদায় উদ্ভাসিত হৈ আছিল। দেশ আৰু মানুহৰ প্ৰতি তেখেতৰ হৃদয়ত থকা স্নেহে তেখেতৰ ব্যক্তিত্বৰ আটাইতকৈ ডাঙৰ সম্পদ আছিল। সেইবাবেই ১৯৮২ চনৰ ৯ অক্টোবৰত তেওঁৰ মৃত্যুৰ সংবাদ প্ৰচাৰিত হোৱাৰ লগে লগে তেখেতৰ সংস্পৰ্শলৈ অহা অনাত্মীয় সৰ্বসাধাৰণ লোকো ম্ৰিয়মান হৈ পৰিছিল। শিৱসাগৰৰ মেলাচকৰৰ "জাহ্নৱী"ৰ বুকুৰেই সেইদিনা শূন্য হোৱা নাছিল, শূন্য হৈছিল অসমৰ সাংস্কৃতিক জগতৰো এটি অংশ আৰু শূন্য হৈছিল তেখেতৰ সংস্পৰ্শলৈ অহা আত্মীয়-অনাত্মীয় অনেকৰ হৃদয়।

অসম সাহিত্যসভাৰ লগতো স্বৰ্গীয় ফুনু বৰুৱাৰ আছিল গভীৰ আৰু অন্তৰঙ্গ সম্পৰ্ক। ১৯৮২ খ্ৰীঃৰ এপ্ৰিল মাহত ডিফুত বহা সভাৰ উনপঞ্চাশৎ অধিবেশনতো অসুস্থ শৰীৰেৰেই তেখেতে যোগ দিছিলগৈ। ইয়াৰ উপৰিও জ্যেষ্ঠভাতৃ শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু তেখেতে অসম সাহিত্যসভাক সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ সোঁৱৰণত গুৱাহাটীত এটি ভৱন নিৰ্মাণ কৰিবলৈ দান কৰিলে আঢ়ৈ লাখ টকা। সাহিত্যসভাই এই পৰ্যন্ত লাভ কৰা এইয়ে সৰ্ববৃহৎ দান।

বয়সত মাত্ৰ এবছৰৰ ডাঙৰ হ'লেও জ্যেষ্ঠ ভাতৃক ফুনু বৰুৱাই পিতৃৱৎ জ্ঞান কৰিছিল আৰু সকলো বিষয়ত জ্যেষ্ঠ ভাতৃৰ সোঁহাত হৈ আছিল। তেখেত এৰি থৈ গৈছে জ্যেষ্ঠ ভাতৃৰ পৰিয়ালৰ ওপৰিও তেখেতৰ পত্নী শ্ৰীমতী



ক্ষীৰদাকুমাৰী বৰুৱাক, দুটি পুত্ৰ আৰু পুত্ৰৰ পৰিয়াল আৰু তেখেতৰ জীয়ৰী বিজয়লক্ষ্মী বৰুৱা বোস, নৃত্যপটীয়সী শুভলক্ষ্মী বৰুৱাৰ সৈতে তেওঁৰ স্বামী সুপ্ৰসিদ্ধ সঙ্গীতজ্ঞ ওস্তাদ আমজাদ আলি খানৰ পৰিয়াল আৰু প্ৰিয়লক্ষ্মী বৰুৱা চৌধুৰীক।

ফুনু বৰুৱা আজি আৰু নাই, আছে তেখেতৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ সোঁৱৰণি। আমি আশা কৰিছোঁ এই সোঁৱৰণিয়েই আৰু অনেকক অনুপ্ৰেৰণা দিব।

## গ্ৰন্থখানি সম্পৰ্কে ঃ

ফুনু বৰুৱাৰ মৃত্যুৰ পিছত তেখেতৰ সোঁৱৰণত এখনি গ্ৰন্থ সংকলন কৰাৰ মানস কৰে—ফুনু বৰুৱাৰ গুণমুগ্ধ, শিৱসাগৰৰ এগৰাকী সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ সেৱক শ্ৰীজগত চেতিয়াই। তেখেতেই অসমৰ বিভিন্নজনৰ লগত যোগাযোগ কৰি প্ৰবন্ধসমূহ সংগ্ৰহ কৰে। দৰাচলতে এই গ্ৰন্থখনি শ্ৰীচেতিয়াৰ আন্তৰিক যত্নৰে ফল। ১৯৮৩ খ্ৰীঃৰ নৱেম্বৰ মাহত শিৱসাগৰত ড° মাইল্‌ছ ব্ৰন্সনৰ মৃত্যুশতবাৰ্ষিকী অনুষ্ঠান আয়োজন কৰাৰ সময়ত শ্ৰীযুক্তা ক্ষীৰদাকুমাৰী বৰুৱাই তেখেতৰ স্বৰ্গীয় স্বামীৰ সোঁৱৰণত এখনি গ্ৰন্থ প্ৰকাশ কৰাৰ ইচ্ছাৰ কথা জানিবলৈ দিয়ে লগতে শ্ৰীজগত চেতিয়াই ইতিমধ্যে কৰা কামৰো আভাস দিয়ে। সংগৃহীত আৰু সংগৃহীতব্য প্ৰবন্ধৰ ভিত্তিত প্ৰস্তাৱিত গ্ৰন্থখনিৰ এটি আঁচনি আমি তেখেতক যুগুতাই দিওঁ। শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱাদেৱে গ্ৰন্থখনি প্ৰকাশ কৰি অসম সাহিত্য সভাক সভাৰ একপঞ্চাশতম বিহপুৰীয়া অধিৱেশনত আনুষ্ঠানিকভাৱে দান কৰাৰ ইচ্ছাৰ কথা জনোৱাত গ্ৰন্থখনি সভাৰ প্ৰকাশনৰ উপযোগী কৰি তুলিবলৈ অধ্যক্ষ শ্ৰীযুত বীৰেন বৰকটকী, শ্ৰীযোগেন চেতিয়া, ইমৰান শ্বাহ, শ্ৰীনাহেন্দ্ৰ পাদুন আৰু শ্ৰীকৃষ্ণকুমাৰ মিশ্ৰৰ সহযোগিতা গ্ৰহণৰ বাবে পৰামৰ্শ দিয়া হয়। কিন্তু গ্ৰন্থখনৰ প্ৰবন্ধাদি সংকলন আৰু সম্পাদনাৰ কাম হৈ নুঠাৰ বাবে শেষ সময়ত প্ৰকাশ কৰা সম্ভৱ হৈ নুঠিল। এই বছৰৰ জুন মাহৰ ২৪ তাৰিখে শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱাদেৱে গ্ৰন্থখনি অসম সাহিত্য সভাৰ যোগেদিয়েই প্ৰকাশ কৰিবৰ নিমিত্তে ছহেজাৰ টকাৰ এটি বৰঙণি পঠাই দিলে আৰু গ্ৰন্থখনি প্ৰকাশৰ আৱশ্যকীয় ব্যৱস্থা লবলৈ আমাক জনালে। এই মৰ্মে

২০ জুলাই তাৰিখে শিৱসাগৰলৈ গৈ প্ৰস্তাৱিত গ্ৰন্থৰ পাণ্ডুলিপি সংগ্ৰহ কৰি দেখিলোঁ শ্ৰীচেতিয়াই আগ্ৰহেৰে প্ৰবন্ধসমূহ সংগ্ৰহ কৰি থৈছে যদিও প্ৰকাশৰ উপযোগীকৈ প্ৰবন্ধসমূহ সজোৱাৰ আৰু সম্পাদনা কৰাৰ দায়িত্বটি তেতিয়াও সম্পন্ন হৈ উঠা নাই। সেইবাবে সংগৃহীত ৰচনাসমূহ সম্পাদনা কৰি লোৱাৰ প্ৰয়োজন হ'ল। সম্পাদনা কৰোঁতে কোনো কোনো প্ৰবন্ধত থকা পুনৰাবৃত্তি দূৰ কৰা, বাক্য-গাঁঠনিত কোনো কোনো ঠাইত থকা ক্ৰটী আঁতৰ কৰা আৰু আখৰ-জোঁটনি একেআগী কৰি তোলাৰ প্ৰতি চকু ৰখা হৈছে। ইয়াৰ পিছতো সম্পাদনাত যদি ক্ৰটী ৰৈ গৈছে তাৰ দায় আমি মূৰ পাতি ললোঁ। আহিকাকত চাই দি আমাক সহায় কৰাৰ বাবে সুপ্ৰসিদ্ধ সাহিত্যিক ড° লীলা গগৈদেৱকৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

গ্ৰন্থখনিৰ কৃতিত্বৰ শলাগ প্ৰাপ্য হৈ থাকিব সংকলয়িতা শ্ৰীজগত চেতিয়াৰ। গ্ৰন্থখনিৰ লগত শ্ৰীযুক্ত প্ৰফুল্লচন্দ্ৰ বৰুৱাদেৱৰ ভাতৃস্নেহ আৰু শ্ৰীযুতা ক্ষীৰদাকুমাৰী বৰুৱানীৰ স্বামীৰ প্ৰতি শ্ৰদ্ধা চিৰদিনলৈ জড়িত হৈ থাকিব। যিসকলৰ বৰঙণিৰ অবিহনে গ্ৰন্থখনিৰ ৰূপায়ণ সম্ভৱ নহ'লহেঁতেন সেই শ্ৰদ্ধেয় লেখক-লেখিকাসকললৈ আমি জ্ঞাপন কৰিছোঁ আন্তৰিক কৃতজ্ঞতা। আশা কৰিছোঁ লেখক-ফুকু বৰুৱাৰ জীৱন-অভিনয় শেষ হ'ল যদিও গ্ৰন্থখনিয়ে সেই 'অভিনয়'ৰ সোঁৱৰণী চিৰসেউজীয়া কৰি ৰাখিব।

অসম সাহিত্য সভাৰ ছপাৰ কাম আগ্ৰহেৰে কৰোঁতা কলিকতাৰ নৱজীৱন প্ৰেছে গ্ৰন্থখনি ছপাই দিয়াৰ বাবে শলাগ ললোঁ।

২ অক্টোবৰ, ১৯৮৫
জীৱন ফুকন নগৰ
ডিব্ৰুগড়

[signature]

# বিভিন্ন জনৰ দৃষ্টিত

সাহিত্যাচাৰ্য শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

## ফুনু বৰুৱাক সুঁৱৰি

বৰ্তমান ৰংপুৰৰ দুটি ৰত্ন শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু স্বৰ্গীয় ফুনু বৰুৱা। ফুনু বৰুৱাৰ আচল নাম পৰশুৰাম বৰুৱা হ'লেও তেওঁক এই নামেৰেহে সকলোৱে চিনি পাইছিল। সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ এই দুই সুপুত্ৰ মোৰ অগ্ৰজপ্ৰতিম শুভাকাঙ্ক্ষী বন্ধু। এই দুই ভাই-ককাইৰ জন্মস্থান উত্তৰ গুৱাহাটীৰ শিলাসাঁকো আৰু কৰ্মস্থান গুৱাহাটী, তেজপুৰ আৰু ৰংপুৰ। দুয়োজনেই প্ৰতিকূল দৈৱৰ লগত থৈয়া-নথৈয়া যুদ্ধ দি নিজৰ নিশকতীয়া অৱস্থাৰপৰা পিছত আত্মবলেৰে বলীয়ান হৈ নিজৰ পৰিয়াল আৰু দেশ জননীক ধন্য কৰিছিল।

বৰুৱা ভাই-ককাই দুয়োজনেই সুগায়ক আৰু প্ৰথিতযশা অসমীয়া শিল্পী। তেওঁলোকৰ শিল্পী-প্ৰতিভাৰ বহুতো কথা জানে গুৱাহাটীৰ 'কুমাৰ ভাস্কৰ' তেজপুৰৰ 'বাণমঞ্চ'ই আৰু ৰংপুৰৰ 'নাট্যমন্দিৰে'। ইয়াৰ উপৰিও ৰূপকোঁৱৰৰ 'জয়মতী'ত নায়ক গদাপাণি হিচাপে ফুনু বৰুৱা আৰু 'বৰগোহাঁই'ৰ ভূমিকাত প্ৰফুল্ল বৰুৱাই অভিলেখ আৰ্জিছিল। শ্ৰীপ্ৰফুল্ল বৰুৱা অসমীয়া গ্ৰামোফ'ন ৰেকৰ্ডৰ প্ৰথম অসমীয়া গায়ক। ফুনু বৰুৱাও এজন সু-নায়ক, সু-শিল্পী আৰু বেহেলাবাদক। এওঁলোকৰ অভিনয়-প্ৰতিভা সম্পৰ্কে ৰংপুৰৰ অন্যতম সুদৰ্শন, প্ৰবীণ, যশস্বী শিল্পী সহজানন্দ ভঁৰালীদেৱে তেওঁৰ সুবৃহৎ 'শিৱসাগৰ ৰঙ্গমঞ্চৰ ইতিহাস' গ্ৰন্থত বিৱৰি লিখি থৈ গৈছে। মই জনাত বহু ভাওৰ ভিতৰত ফুনু বৰুৱাৰ বোলছবি গদাপাণিৰ ভূমিকাত আৰু নাট্যমন্দিৰৰ বেজবৰুৱা ৰচিত 'চক্ৰধ্বজসিংহ' নাটকত 'গজপুৰীয়া'ৰ ভাও সৰ্বোৎকৃষ্ট হৈছিল বুলি সকলোৰেপৰা স্বীকৃতি পাইছিল। ফুনু বৰুৱাৰ গহীন ভাও আৰু খুহুতীয়া ভাও দুয়ো বিধতে বিশেষ পাৰ্গতালি আছিল। 'ৰূপকোঁৱৰ'ৰ 'শোণিত কুঁৱৰী' অভিনয়ত যি সকলৰ অৰিহণা আছিল তাৰ ভিতৰত শিল্পী বৰুৱা ভাতৃদ্বয়ৰ নামো বিশেষভাৱে উল্লেখযোগ্য।

এই দুয়ো গৰাকী ভাতৃ অসমীয়া উদ্যোগী পুৰুষসকলৰ মাজতো আঁহি স্বৰূপ। চাহ খেতিয়ক হোৱাৰ উপৰিও ফুনু বৰুৱাই গঙ্গা গোবিন্দ ফুকনৰ 'ফুকন নগৰ'ক বৰুৱা নগৰলৈ ৰূপান্তৰিত কৰি এজন সৰু-সুৰা জমিদাৰ হৈছিল।

মৃত্যুৰ কিছুদিন আগতে ফুনু বৰুৱা মোৰ 'তপোবন'ৰ বাৰান্দাত থিয় হৈ দপদপাই কৈছিল "হাজৰিকা মই দুৰাৰোগ্য কৰ্কটৰোগক জয় কৰি বম্বেৰপৰা সম্পূৰ্ণ সুস্থ হৈ আহিছোঁ। তপতে তপতে উমান পায়েই বম্বেলৈ ঢাপলি মেলিছিলোঁ। সেই কাৰণে কৰ্কটে মোক বলে নোৱাৰিলে।" সেইদিনৰ এই শেষ স্মৃতি মোৰ মনত আজিও উজ্জ্বল হৈ আছে। ইয়াৰ উপৰিও কুমাৰ ভাস্কৰত তেওঁক মই বহুবাৰ লগ পাইছিলোঁ। ডায়েৰী লিখাৰ অভ্যাস নকৰাৰ বাবে আজি সেইবোৰ স্মৃতি মনৰ মাজতে মচ খাই গৈছে। স্বৰ্গগত বৰুৱাদেৱৰ প্ৰতি মোৰ শ্ৰদ্ধা তৰ্পণ নিবেদন কৰিলোঁ।





ফুনু বৰুৱা ( পৰশুৰাম বৰুৱা )



একেবাৰে আগত ঠিয় হৈ—শ্ৰীমতী প্ৰিয়লক্ষ্মী চৌধুৰী
তলত ঠিয় হৈ বাওঁ ফালৰ পৰা—শ্ৰীমতী বিজয়লক্ষ্মী বোস, শ্ৰীমতী নীতি বৰুৱা, শ্ৰীমতী শুভলক্ষ্মী খান, শ্ৰীমতী লখিমী বৰুৱা
মাজত ঠিয় হৈ বাওঁফালৰ পৰা—শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, শ্ৰীমোৰাৰজী দেশাই
পিছত ঠিয় হৈ বাওঁফালৰ পৰা—লেফটেনেণ্ট কৰ্ণেল ভাস্কৰকুমাৰ বৰুৱা, শ্ৰীপৰশুৰাম (ফুনু) বৰুৱা, শ্ৰীবিমলাপ্ৰসাদ চলিহা, শ্ৰীজয়ন্তকুমাৰ বৰুৱা, শ্ৰীৰঞ্জিতকুমাৰ বৰুৱা



শান্তিদেৱ ঘোষৰ সৈতে বৰুৱাদেৱ



পিতৃ লক্ষ্মীৰাম বৰুৱা



প্ৰফুল্লচন্দ্ৰ বৰুৱা



ফুনু বৰুৱা আৰু পত্নী শ্ৰীমতী ক্ষীৰদাকুমাৰী বৰুৱা



চিৰবিদায়ৰ শেষ মুহূৰ্তত



চন্দ্ৰধৰ গোস্বামী

## ফুনু ককাইদেউ

গ্ৰীক ভাস্কৰ্যৰ মূৰ্তিৰ দৰে মাংসপেশী-বহুল, শক্তিমান বহল বুকু আৰু লাহী কঁকালৰ এটি সুঠাম দেহ, মুখত এটি বিনয়, মৰম আৰু প্ৰশান্তিৰ জেউতি উদ্‌ভাসিত হৈ থকা বহল মুখখনিৰ ওঁঠত লাগি থকা মিচিকিয়া হাঁহিটি আৰু সৰল আৰু অতি বিনম্ৰভাৱে কোমলকৈ কথা কোৱা চকুত গভীৰ আত্মবিশ্বাস থকা মানুহজনেই হ'ল আমাৰ অতি চেনেহৰ ৺ফুনু ককাইদেউ যাৰ আচল নাম আছিল পৰশুৰাম বৰুৱা—যিটো নাম কম মানুহেই জানিছিল। তেখেত ফুনু বৰুৱা বুলিয়েই বিখ্যাত হৈছিল।

তেখেতৰ জন্ম ১৯০১ চনত আৰু তেখেতৰ ককাইদেউৰেক শ্ৰীযুত প্ৰফুল্ল বৰুৱাৰ জন্ম ফুনু বৰুৱাৰ জন্মৰ প্ৰায় ১৪ মাহ মান আগতে ১৯০০ চনত আৰু মোৰ জন্ম ১৯১২ চনৰ ১৮ নৱেম্বৰত। সেই হিচাপে ফুনু ককাইদেউ মোতকৈ ১২ বছৰৰ ডাঙৰ। বয়সৰ ইমানখিনি পাৰ্থক্য থকা সত্বেও তেখেতৰ লগত মোৰ গঢ়ি উঠে এটি গভীৰ প্ৰীতিৰ সম্বন্ধ। তেখেতে মোক অন্তৰেৰে মৰম কৰিছিল, বয়সৰ পাৰ্থক্য আঁতৰি গৈছিল। তেখেতৰ লগত মোৰ শেষ দেখাদেখি হয় গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ বাৰান্দাত। মই গুৱাহাটীলৈ গ'লেই লয়াৰ্ছ বুক ষ্টললৈ যাওঁ কিতাপ বিচাৰি। কিতাপ বিচৰা শেষ কৰি বাৰান্দাত অলপ ৰৈছোঁ; এনেতে তেখেতৰ জীয়ৰী শ্ৰীমতী বিজু আহিছিল পাণবজাৰলৈ তেওঁৰ ব্যৱসায়লৈ লগা কিবা কিনিবলৈ। গাড়ীতে লগতে ফুনু ককাইদেউও আছে। শ্ৰীমতী বিজুৱে প্ৰথমে মোক দেখা পাই ককাইদেউক ক'লে, "সৌৱা চন্দ্ৰখুড়া।" ককাইদেউ লৰালৰিকৈ গাড়ীৰপৰা নামি মোৰ ওচৰ পালেহি আৰু আমি দুয়ো নানা কথা পাতোঁ বাৰান্দাত থিয় হৈ হৈ। অভিনয়, সঙ্গীত আদিৰ বিষয়ে আলোচনা। এনেতে তাত প্ৰকাশন পৰিষদৰ সম্পাদক শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আহি আমাৰ লগত যোগ দিয়ে আৰু প্ৰায় এঘণ্টা কাল আমি

সাহিত্য, সঙ্গীত আৰু অভিনয়ৰ বিভিন্ন ন-পুৰণি ধাৰাৰ বিষয়ে আলোচনা কৰোঁ। সেই দিনাই তেখেতৰ লগত মোৰ শেষ দেখা। বছৰটো হ'ব বোধহয় ১৯৮১ চনৰ কোনোবা এটা মাহ। ১৯৮০ চনৰ দুই চেপ্টেম্বৰৰ দিনা আবেলি তেখেত মোৰ ঘৰলৈ আহে আৰু এয়ে শেষবাৰলৈ আহিছিল। মোৰ মনত কিয় জানো ভাব হ'ল ফুনু ককাইদেউৰ কণ্ঠস্বৰটো ধৰি ৰাখোঁ। এই ভাব হোৱাৰ লগে লগে মোৰ টেপ ৰেকৰ্ডাৰটো আনি তেখেতৰ এটি "সাক্ষাৎ" লওঁ। এই কথোপকথন তথ্যপূৰ্ণ আৰু উপাদেয় হৈছিল। সেই কথোপকথন এতিয়াও মাজে মাজে শুনো। সৈন্য বিভাগত কাম কৰা তেখেতৰ ল'ৰাটি শ্ৰীমান ভাস্কৰ বৰুৱা তেওঁৰ পৰিবাৰৰ সৈতে এদিন দুপৰীয়া মোৰ তালৈ আহিছিল। তেওঁক মই কৈছিলোঁ, ফুনু ককাইদেউৰ কথাখিনি তোমালোকে টেপ ৰেকৰ্ড কৰি নিয়াঁ। সেই কথোপকথনত তেখেতে যিখিনি কথা কৈছিল তাকে সমল কৰি লৈ এই প্ৰবন্ধৰ পৰিকল্পনা কৰিছোঁ।

তেখেতে আৰম্ভ কৰিলে, "১৯০৫ চন। মা ঢুকুৱাত আমি ধুবুৰীৰপৰা তেজপুৰলৈ আহি আমাৰ মোমাইদেউ শিক্ষক শ্ৰীগোলোকচন্দ্ৰ ভূঞাৰ ঘৰত অলপ দিন থাকোঁ। তেখেতৰ ঘৰ হাজৰিকা চুকত আছিল। মোমাইদেউৰ লগত অলপ দিন থকাৰ পিছত ৺লালমোহন চৌধুৰীৰ পিছৰ ঘৰৰ ওচৰতে থকা ৺মাধৱচন্দ্ৰ বৰদলৈদেৱৰ ঘৰ এটা ভাড়ালৈ লৈ তাত থাকোঁ। বৰদলৈ দেৱৰ দুটা ঘৰ আছিল। এটা বেছ ডাঙৰ আৰু এটা টি-পেটাৰ্ণৰ টিঙৰ সৰু ঘৰ। সেই ঘৰটোতে থাকিবলৈ লওঁ। তাত ২।৩ বছৰমান থকাৰ পিছত কলিবাৰীৰ ৺মাণিক দাসৰ ৺পদ্মনাথ গোহাঞিবৰুৱাৰ ঘৰৰ সন্মুখত থকা মাটি ডোখৰতে এটি ঘৰ সাজি থাকিবলৈ লওঁ। আমি থকা ৺মাধৱ বৰদলৈৰ ঘৰটোৰ চকোৱাখনৰ সিপাৰেই আছিল ৺কেশৱ শৰ্মা হেড মাষ্টৰৰ ঘৰ আৰু তাৰ অলপ দূৰত চৰকাৰী উচ্চ ইংৰাজী স্কুলৰ ছাত্ৰাবাস। ৺মাধৱ বৰদলৈৰ ঘৰত থাকোঁতেই ১৯০৮ চনত দেউতাই অৰ্কেষ্ট্ৰা পাৰ্টি খোলে। তেতিয়া বেণ্ডপাৰ্টি বুলিছিল। তেখেতৰ প্ৰিয় শিষ্যসকলৰ ভিতৰত আছিল ৺জ্ঞানদানন্দ গোস্বামী, ৺কুমুদচন্দ্ৰ শৰ্মা আদি। তাৰ এখন ফটো এতিয়াও আমাৰ ঘৰত আছে। দেউতা অলপ নিশকতীয়া আছিল আৰু মই ককাইদেউতকৈ হৃষ্টপুষ্ট আছিলোঁ কাৰণে ১৯০৫ চনৰেপৰা



দেউতাই সদায় বাণ থিয়েটাৰলৈ মোক লগত লৈ আহিছিল। মই ক'লৈ যাওঁ, ক'ত থাকোঁ, ঠিক নাই কাৰণেও দেউতাই মোক অকলে নেৰে।"

মই ক'লোঁ, "আপুনি বোলে বৰ অঘাইতং আছিল?"

তেখেতে ক'লে, "ভাল বুলি মোৰ বদনাম এটা আজিলৈকে নাই। ১৯০৫ চনৰপৰাই অভিনয়লৈ মোৰ আসক্তি জন্মে। তেতিয়া প্ৰতি দৃশ্যৰ শেহত বা ৰাজ-দৰবাৰত নাচনীয়ে নাচিব লাগে। ডাঙৰ মানুহ নাচনী ওলায়— যেনে ৺কীৰ্তিনাথ বৰা, ৺গৰ্গনাৰায়ণ বৰা আদি। তেখেতসকলে গান গাব নোৱাৰে; গতিকে মঞ্চৈই ভিতৰৰপৰা গান গাওঁ আৰু নচাসকলে ওঁঠ মিলায় আৰু মঞ্চত নাচে। বেহেলা বজোৱাত খুব পাৰ্গত নাছিলোঁ যদিও বজাইছিলোঁ; আৰু সেই দিনত বেছ চলি গৈছিল। দেউতাৰ বেহেলাখন বৰ ডাঙৰ আছিল। সেইখন ওভোতাই বজাব লাগে। বেণ্ডপাৰ্টিত এফালে বেহেলা লয় ৺কীৰ্তিচন্দ্ৰ বৰদলৈয়ে, আনফালে ৺পৰমানন্দ আগৰৱালাই ৺জ্যোতিপ্ৰসাদৰ দেউতাকে। খুটি তালত আছিল ৺সূৰ্যলাল তেৱাৰী, বাঁহীত আছিল ৺মোলান শৰ্মা—ফণী শৰ্মাৰ দেউতাক। হাৰমনিয়ম লৈছিল জ্ঞানদানন্দ গোস্বামীয়ে আৰু তবলাত আছিল ৺আনন্দেশ্বৰ বৰঠাকুৰ। ঢোলোকত আছিল ৺গোলোক বৰুৱা। সমনীয়াসকলে তেওঁক জোঁকাইছিল 'এই গোলোক, ধোলোক' বুলি। ১৯০৭ চনত মই এটি সৰু পাৰ্ট কৰোঁ— "ৰোহিতেশ্বৰ"। সেয়ে মোৰ বাণ থিয়েটাৰত প্ৰথম অভিনয় সাতবছৰ বয়সত। সেই সময়ত বিখ্যাত অভিনেতা আছিল ৺বোধনাথ পটঙ্গীয়া। এখেতৰ অতি কম বয়সত কলাজ্বৰত মৃত্যু হয়। তেখেত এবাৰ লাচিত বৰফুকন হৈ জীয়ন্ত ঘোঁৰাত উঠি মঞ্চত প্ৰৱেশ কৰিছিল। তেখেতে চাণক্যৰ চৰিত্ৰত ইমান সুন্দৰ অভিনয় কৰিছিল যে আজিও পাহৰিব পৰা নাই। সেই সময়ত বিখ্যাত অভিনেতাসকলৰ ভিতৰত আছিল ৺ডাঃ কামিনী-কান্ত দাস, ৺ডাঃ ললিতমোহন চৌধুৰী। কিছু পিছত আহে ৺অন্নদাকুমাৰ পদ্মপতি। ডেকোচামৰ ভিতৰত আছিল ৺সুৰেন দাস—৺ৰাধিকাকান্ত দাসৰ ভতিজাক, ৺জ্যোতিপ্ৰসাদ আগৰৱালা আদি। এখেত সকলৰ লগত মোৰ অভিনয় কৰাৰ সৌভাগ্য হৈছিল। তাৰ পিছত আহিল ৺ফণী শৰ্মা,— মোতকৈ ১১ বছৰৰ সৰু। "বিষ্ণু ৰাভা, মোতকৈ ৭।৮ বছৰৰ সৰু; চন্দ্ৰধৰ গোস্বামী, মোতকৈ ১২ বছৰৰ সৰু। ৰাভা আৰু শৰ্মাৰ লগত

মই অভিনয় কৰোঁ। মাত্ৰ এটা দুখ থাকি গ'ল যে মই চন্দ্ৰ গোস্বামীৰ লগত অভিনয় কৰিবলৈ সুযোগ নাপালোঁ।

মই ক'লোঁ, "ককাইদেউ, দেহা অলপ ভাল হ'লে আপুনি কোৱাৰ দৰে জানুৱাৰীমানত পিয়লি ফুকন নাটকখন কৰিম। মই 'পিয়লি' আৰু আপুনি 'নাৰায়ণ'।"

তেখেতে ক'লে, "মোক অলপ সময় থাকোঁতে জনাবা যাতে মই মিট দা আদি বস্তুবোৰ যোগাৰ কৰি আনিব পাৰোঁ।"

মই ক'লোঁ, "এমাহমানৰ আগতে খবৰ দিম।" কিন্তু দুৰ্ভাগ্যবশতঃ আমাৰ সেই পৰিকল্পনা কাৰ্যত পৰিণত নহ'লগৈ—মোৰ অসুস্থতাৰ কাৰণে।

বাণ থিয়েটাৰলৈ তেতিয়া ৺পদ্মনাথ গোহাঞিবৰুৱাৰ পাৰাৰ আৰু ৺ফণী শৰ্মাৰ পাৰাৰ সকলো লোক আৰু জাহাজ ঘাট, বাৰহলীয়া, পৰ্বতীয়া, হলেশ্বৰ আদি দূৰত থকা আঢ্যৱন্ত লোকসকল সদায় আহিছিল—পাৰ্ট থাকক বা নাথাকক। ৰায়বাহাদুৰ ৺ভৱানীচৰণ ভট্টাচাৰ্য, ৺তাৰিণীচৰণ ভট্টাচাৰ্য, পৰ্বতীয়াৰ ৺জয়দেৱ শৰ্মা, কলিবাৰীৰ পদ্মনাথ গোহাঞিবৰুৱা, পৰমানন্দ আগৰৱালা, চন্দ্ৰহংস দাস, ৺বেথাৰাম শৰ্মা আদিয়ে আমি আখৰা কৰাৰ সময়ত আগশাৰীত বহি মন দি আমাৰ আখৰা চায় আৰু আমাৰ ভুলবোৰ শুধৰাই দিছিল। প্ৰেক্ষাগৃহ নীৰৱ-নিস্তব্ধ। এটা শান্ত পৰিৱেশ।

"অসমৰ প্ৰায় সকলোবোৰ ষ্টেজলৈ মই গৈছোঁ। সকলোতে দেখিছোঁ আখৰাৰ সময়ত প্ৰেক্ষাগৃহত হাঁহি-ধেমালিৰ এক হুলস্থুলীয়া পৰিৱেশ। মঞ্চত যিজন অভিনেতাই থিয় হৈ বচন কব লাগে, তেওঁ হয়তো হাতত চাহৰ কাপ এটা লৈ চকী এখনত বহি নিজৰ বচন কৈ আছে। নিষ্ঠাৰ আৰু ছিৰিয়াছনেছৰ অভাৱ। এনেভাৱে আখৰা কৰি কেতিয়াও সুন্দৰ অভিনয় কৰিব নোৱাৰে।

বাণ থিয়েটাৰৰ আখৰাৰ সময়ত যি শান্ত আৰু মধুৰ পৰিৱেশ থাকে তাৰ মাজত আমি আপ্ৰাণ চেষ্টা কৰোঁ অভিনয় ভাল কৰিবলৈ; আৰু অভিনয় ভালো হয়। বাণ থিয়েটাৰত মই প্ৰথমে মহিলাৰ চৰিত্ৰ ৰূপায়িত কৰিছিলোঁ। মোৰ প্ৰথম স্ত্ৰী চৰিত্ৰটো আছিল 'বুলা'। এখন বঙলা নাটকৰ ভাঙনি, খুব সম্ভৱ 'মিছৰ কুমাৰী' হ'ব হবলা; পাহৰি গৈছোঁ। তাৰ পিছত মোৰ ভাইচাহাব শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ হাতে লিখা 'নীলাম্বৰ'



নাটকখনৰ অতি কঠিন চৰিত্ৰ 'ললিতা'ৰ অভিনয় কৰি দৰ্শকৰপৰা প্ৰশংসা লাভ কৰোঁ। সেই সময়ত স্থায়ীভাৱে স্মাৰক আছিল এফালে ৺চন্দ্ৰহংস দাস আৰু আনফালে ৺প্ৰিয়লাল বৰুৱা। এখেত অলপদিন ষ্টেজ মেনেজাৰো আছিল। আগতে উল্লেখ কৰা যিসকল লোকে আমাৰ আখৰা চাই থাকি ভুল-ভ্ৰান্তি শুধৰাই দিছিল তেখেত সকলেও আমাৰ মনত দৃঢ়কৈ এটা কথা সুমাই দিছিল যে মঞ্চত হ'ল নটৰাজৰ বেদী। তাত এক সাত্ত্বিক ভাব লৈ উঠিব লাগে। আমিও সেইদৰে এক সাত্ত্বিক ভাবেৰে মঞ্চত উঠোঁ। মঞ্চৰ ওপৰত বিড়ি-চুৰট আদি কোনেও নাখাইছিল। অৱশ্যে তেতিয়া চুৰট খোৱা মানুহৰ সংখ্যাও কম আছিল। এনেদৰে এক শান্ত পৰিৱেশত সাত্ত্বিকভাৱে মঞ্চক প্ৰণাম কৰিহে আমি আখৰা কৰিছিলোঁ। আখৰাও হৈছিল এখন নাটকৰ প্ৰায় এমাহ ধৰি। অভিনয়ৰ আগতে dress rehearsal কৰি লৈছিল অভিনয় নিখুঁত কৰিবলৈ। জাক-জমকপূৰ্ণ দৃশ্যসজ্জা হৈছিল। বাণ থিয়েটাৰৰ চিনেই আছিল ২৪ খন। ১৭ বাকচ কাপোৰ। ১৯২৪ চনলৈকে বাণ থিয়েটাৰত মই অভিনয় কৰোঁ। প্ৰথম ১০ বছৰমান নানা স্ত্ৰী চৰিত্ৰত; নামবোৰ পাহৰিলোঁ। তাৰ পিছৰপৰা দেহৰ অৱয়বৰ পৰিৱৰ্তন হোৱাত দিলেও স্ত্ৰী চৰিত্ৰ কৰিব নোৱৰা হ'লোঁ। পুৰুষৰ চৰিত্ৰ কৰিবলৈ পাওঁ। ককাইদেউৱে কিন্তু শেহলৈকে স্ত্ৰী চৰিত্ৰ কৰি গ'ল। লগত আছিল ৺জীৱেশ্বৰ গোস্বামী, ৺জগন্নাথ গোস্বামী, ৺কামিনীকান্ত শইকীয়া আদি। ১৯১৬ চনত আকৌ তেজপুৰলৈ আহি ৬ মাহমান পঢ়োঁ। সেই সময়ত অন্য সময়ৰ কথা এৰিও পূজাত সপ্তমী, অষ্টমী, নৱমী, দশমী, লক্ষ্মীপূজা, কালীপূজাত নাটক অভিনয় হৈছিল। সেই পূজাৰ থিয়েটাৰ চাবলৈ দূৰ-দূৰণিৰপৰা গৰুৰ গাড়ীৰে লাইন লাগি মানুহ আহিছিল আৰু আমিও ৰাতিপুৱাই যোৱাকৈ অভিনয় কৰিব লগা হৈছিল। সেই সময়ত টিকেটৰ হাৰ আছিল দুটকা, এটকা, আঠ অনা আৰু চাৰি অনা মাত্ৰ। সেই হাৰতে তেতিয়াৰ দিনত নৱমীৰ দিনা ১৪০০ টকালৈকে উঠিছিল। ৰাতিপুৱা আধা উঠোৱা ৰঙেৰে মুখ কেইখন লৈ আমি যেতিয়া যাবলৈ ওলোৱা দৰ্শকৰ মাজেদি ঘৰলৈ যাওঁ, দৰ্শকসকলে আমাক খুব চায়। কিভাৱে চায় নাজানো, কিন্তু আমাৰ মনবোৰ ৰঞ্জিত ৰঞ্জিত লাগে। বুকু ফুলাই আগবাঢ়ি যাওঁ।

পূজাৰ সময়ত বাণ থিয়েটাৰলৈ তেজপুৰৰ বাহিৰৰ বহুত মানুহ আহে। গুৱাহাটীৰপৰা ৺গোপীনাথ বৰদলৈ, নকুলচন্দ্ৰ ভূঞা, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীপ্ৰসন্নলাল চৌধুৰী আদি আহে। বাণ থিয়েটাৰৰ এটি ঐতিহ্য আছিল —বাহিৰৰ কোনো অভিনেতা আহিলেই বাণ ৰঙ্গমঞ্চত অভিনয় কৰিবলৈ দিবই। গুৱাহাটীত থকা সময়ত পূজাত থিয়েটাৰ কৰিবলৈ আহিবলৈ হাতত পইছা নাথাকে। সম্পাদক ৺ৰাধিকাকান্ত দাসে ১০/১৫ টকা মণিঅৰ্ডাৰ কৰি চিঠি এখনত লিখি দিয়ে, "বেহেলাৰ তাঁৰ কিনি আনিবা।" আমি বুজি পাওঁ থিয়েটাৰ কৰিবলৈ মাতিছে, এয়া আমাৰ হাত খৰছ। সেই সময়ত তেজপুৰ, গুৱাহাটী, যোৰহাট আদিলৈ অহা-যোৱা কৰা একমাত্ৰ উপায় আছিল জাহাজ। গুৱাহাটীৰপৰা তেজপুৰলৈ জাহাজ ভাড়া আছিল এটকা চাৰি অনা। দেচুৱালী বামুণৰ ৰান্ধনী ঘৰত ডাঙৰ মাছৰ খুতুৰাৰে সৈতে দাইল-ভাত-ভাজিৰ এসাজৰ দাম আছিল ছঅনা। গতিকে সেই টকাই আমাক ( ককাইদেউ আৰু মোক ) আঁটি যায়। আগতে কৈছোঁ অৰ্কেষ্ট্ৰা ১৯০৮ চনত আৰম্ভ হয়। সেই সময়ত লোৱা আচল ফটোখন এতিয়াও আছে। অৰ্কেষ্ট্ৰাৰ বস্তুবোৰ আমাৰ আছিল, কিন্তু বেছিখিনি বাণ ষ্টেজত দিয়া হৈছিল, বাকী আমি ডলাৰ বগৰীৰ দৰে ঘূৰি ফুৰোঁতে বহুত বস্তু হেৰাল; কিন্তু ফটোখন কেনেবাকৈ ৰৈ গ'ল। ১৪ বছৰ আমাৰ মূৰৰ ওপৰত চাল এখন বুলিবলৈ একো নাছিল।"

"অভিনয় মই নাজানিছিলোঁ; বাণ থিয়েটাৰেই মোক অভিনয় শিকায় আৰু বাণ থিয়েটাৰতে মোৰ শৈশৱৰপৰা ডেকা কাললৈকে দিনবোৰ পাৰ হৈ গ'ল। সেয়েহে বাণ থিয়েটাৰ মোৰ মহা পৱিত্ৰ পীঠস্থান। ইয়াতে নটৰাজৰ কৃপা পাইছিলোঁ। ৺দেউতাৰ নটৰাজৰ প্ৰতি থকা ভক্তিৰ কাৰণেই নে কি আমি বিশেষকৈ মই উটি-ভাঁহি নগৈ তিষ্ঠি থাকিলোঁ। নহ'লে হয়তো উটি গ'লোঁহেঁতেন।

মই ক'লোঁ, "ককাইদেউ মই বাণ ৰঙ্গমঞ্চত যি পৰিকল্পনা কৰিছোঁ তাত পুৰণা স্মৃতি চিন ৰখাৰ কথা ভাবিছোঁ। অৰ্কেষ্ট্ৰাৰ ফটোখন দিব নে? আমি তাৰপৰা এখন ফটো কৰি লম।"

তেখেতে ক'লে, "বাণ ৰঙ্গমঞ্চক অদেয় আমাৰ একো নাই। কিন্তু



ফটোখন ঘুৰাই দিব লাগিব। আৰু মাত্ৰ চন্দ্ৰ গোস্বামী ডাঙৰীয়াকহে আমি দিম, আনক নহয়।"

মই ক'লোঁ, "মোক ডাঙৰীয়া বুলিব নেলাগে।"

তেখেতে ক'লে, "নহয় মানুহে শুনিব নহয়, সেই কাৰণে অলপ ডাঙৰ কৰি দিছোঁ। নহ'লে চন্দ্ৰ বুলিলে বুলিবৰ একো নাই; ভাইৰ লগৰ ভাই ১২ বছৰৰ সৰু।"

এই ১২ বছৰৰ সৰু কাৰণেই তেখেতে কৰা বহুত অভিনয়ৰ কথা মনত নোহোৱা হ'ল। কিন্তু পুৰুষ এটা চৰিত্ৰৰ অভিনয় অতি সুন্দৰ হোৱাৰ কথা এতিয়াও মনত উজ্জ্বল হৈ আছে, 'মিছৰ কুমাৰী'ৰ 'খাৰেব'ৰ চৰিত্ৰটো। অতি অপূৰ্ব অভিনয় কৰিছিল তাত। 'জয়মতী' কথাছবিত গদাপাণিৰ অপূৰ্ব অভিনয় যি সকলে দেখিছে তেখেত সকলে উপভোগ কৰিছে, বিশেষকৈ নগাৰ বেশত আহি জয়মতীক গিৰিয়েকৰ কথা কৈ দিবলৈ কোৱা দৃশ্যটোৰ অপূৰ্ব সাজসজ্জা, বচনভঙ্গী আৰু অভিনয়।

আগতে কোৱা এই বেণ্ডপাৰ্টিৰ বাদকসকলে কাগজৰ মালা পিন্ধিছিল। নাচনীবোৰেও পিন্ধিছিল। ৺কীৰ্তি বৰদলৈয়ে বজোৱা বেহালাখন দেউতাৰ আছিল, তাৰ বয়স এতিয়া আঢ়ৈশ বছৰৰ বেছি হ'ব। দেউতা বহুত দিন জীয়াই নাছিল; দেউতাৰ বন্ধু গৌৰীপুৰৰ মহাৰাজে এখন ভাল পুৰণা বেহেলা কিনি দেউতাক উপহাৰ দিছিল। সেইখন আজিও আছে আৰু মোৰ ভতিজা জয়ন্তই সুন্দৰভাৱে ৰাখিছে আৰু সদায় বজায়।

এই জয়ন্তই জয়মতী কথাছবিত লাইৰ চৰিত্ৰত অভিনয় কৰিছিল। ৺পৰমানন্দ আগৰৱালাৰ বেহেলাখন দেউতাই চাই-চিন্তি তেখেতক কিনি দিছিল; উপহাৰ নহয়, মাত্ৰ কিনিহে দিছিল। বাণ থিয়েটাৰৰ দৰ্শকসকলৰ মুখে মুখে ককাইদেউৰ অভিনয়ৰ প্ৰশংসা। তেখেতৰ অভিনয় চাবলৈ সকলোৰে আগ্ৰহ।

ককাইদেউ অকল অভিনেতা বা Performer নাছিল; তেখেত আছিল প্ৰকৃত অৰ্থত এজন জাত-শিল্পী। পাঁচ বছৰ বয়সৰপৰা অভিনয়লৈ হেঁপাহ। সাত বছৰ বয়সৰপৰা অভিনয় কৰিছে; কথা-বতৰা, সাজ-পোছাক-পৰিচ্ছদ, আচাৰ-ব্যৱহাৰত মাৰ্জিত ৰুচিৰ সৈতে তেখেত প্ৰকৃত শিল্পীৰূপে আমাৰ আগত প্ৰতীয়মান হৈছিল। কিন্তু সেই সময়ত প্ৰচাৰ মাধ্যম নথকাত

ককাইদেউৰ কথাই আজিৰ দৰে প্ৰচাৰ লাভ কৰিব নোৱাৰিলে। তেখেতে কৈছিল, "মানুহৰ শৈশৱ আৰু কিশোৰ কালৰ কথাবোৰ বোধকৰোঁ ভালকৈ মনত থাকে ; সেয়ে মই তেজপুৰলৈ আহিলে সেই ছবিবোৰ মোৰ মনৰ দাপোণত ভাহি উঠে। তেজপুৰ মোৰ কাৰণে অতি পবিত্ৰ। ইয়াতে দেউতা শেষ নিদ্ৰাত নিদ্ৰিত। ইয়াতেই মই অভিনয় শিকিছোঁ, কৰিছোঁ। মই যদি তুমি কোৱাৰ দৰে এজন শিল্পী হওঁ তেন্তে বাণ-থিয়েটাৰৰ মধুৰ পৰিৱেশেহে মোক শিল্পী কৰি তুলিলে।

পাহৰণিৰ গৰ্ভত হয়তো এই মহান শিল্পীজনাৰ কথা বহুতে পাহৰি গৈছে, কিন্তু আমাৰ অন্তৰত তেখেত অম্লান হৈ আছে। এই নিপুণ অভিনেতাজনলৈ, প্ৰকৃত শিল্পীজনলৈ মোৰ শ্ৰদ্ধা-অৰ্ঘ্য নিবেদন কৰিলোঁ।*

---

* প্ৰথিতযশা শিল্পী চন্দ্ৰধৰ গোস্বামীদেৱে ইতিমধ্যে শেষ নিশ্বাস ত্যাগ কৰিলে। তেখেতে এই প্ৰবন্ধটি ১।৭।৮৩ তাৰিখে লিখি পঠাইছিল।

—সম্পাদক



শ্ৰীযুগল দাস

## আজন্ম শিল্পী ফুনু বৰুৱা

পৰশুৰাম বৰুৱা ? কোন এই পৰশুৰাম বৰুৱা ? এৰা, আজিৰ চামৰ নবীন অসমীয়া শিল্পীৰ পৰশুৰাম বৰুৱাৰ চিনাক্তকৰণত খোকোজা লগাৰ কথা। স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱাৰো সেই একেটা গতি। জে. বৰুৱাক অনেকে জানে, কিন্তু জ্ঞানদাভিৰাম বৰুৱা বুলিলে বৈ যাব লাগে। জ্ঞানদাভিৰাম বৰুৱা ওৰফে জে. বৰুৱা গুৱাহাটীৰ আৰ্ল ল কলেজৰ অধ্যক্ষ আছিল বুলি ক'লেহে নিচিনা-নেদেখা মানুহৰ এটা ধাৰণা হয়। পৰশুৰাম বৰুৱা নামটোৱেও অনেক অসমীয়াক পেঁপুৰা লগাব। পৰশুৰাম বৰুৱাই আমাৰ ফুনু বৰুৱা। অসমৰ অভিনয় আৰু বোলছবিৰ সৈতে লেনদেন থকা মানুহখনে ফুনু বৰুৱাক জানিব লাগে।

পৰশুৰাম বৰুৱা আছিল বোধ হয় তেওঁৰ পঢ়াশলীয়া নাম ( কোষ্ঠিৰ নামো আছিল নে কি ? ) আৰু ফুনু বৰুৱা আছিল হবলা, ঘৰত মতা আদৰৰ নাম। ফুনু বৰুৱাৰ নাম ললেই তেওঁৰ অগ্ৰজ শ্ৰীপ্ৰফুল্ল বৰুৱাৰ নামটোও আপোনা-আপুনি ওলাই আহে। এই দুটা নাম অভিন্ন, য'তে ৰাম ত'তে লক্ষ্মণ। অসমৰ কলা-সংস্কৃতিৰ ক্ষেত্ৰত প্ৰফুল্ল বৰুৱা আৰু ফুনু বৰুৱা, বাল্মিকী ৰামায়ণৰ ৰাম-লক্ষ্মণস্বৰূপ,—দুয়ো যুক্ত পৰিয়ালতে থাকিল, একেটা কাই-কাৰবাৰকে কৰিলে, দুয়োৰো একেটা চিন্তা-ভাৱনা। দুয়ো সংস্কৃতিৰ তালজুৰীয়া সেৱক।

প্ৰফুল্ল বৰুৱা ফুনু বৰুৱা "বাপকা বেটা"। অনেকৰ ক্ষেত্ৰত কাউৰীৰ বাহত কুলি চৰাইৰ পোৱালী জগে। এওঁলোকৰ ক্ষেত্ৰত কিন্তু বাঘৰ পোৱালী বাঘেই হ'ল। তেওঁলোকৰ পিতৃদেৱ লক্ষ্মীৰাম বৰুৱা আছিল নিৰহ-নিপানী সংগীত সাধক, গায়ক, বাদক, গীতিকাৰ। লক্ষ্মীৰাম বৰুৱাদেৱে অসমীয়া প্ৰথম আধুনিক গীতৰ পুথি 'সঙ্গীতকোষ' ৰচনা কৰি থৈ গৈছে। পিতৃৰ পম খেদি চলিল প্ৰফুল্ল বৰুৱা ফুনু বৰুৱা—গীতে-মাতে, চিন্তাই-ভাৱনাই

কলাসক্ত হৈ। দুয়ো ভ্ৰাতৃ অতি সুৰুচিবান আৰু মাৰ্জিত। এই দুই ভ্ৰাতৃয়ে কেৱল সৰস্বতী দেৱীৰে আশীৰ্বাদ লভা নাই, লক্ষ্মীদেৱীৰ কৃপাও সমানে তেওঁলোকৰ শিৰত বৰিষণ হৈছে।

প্ৰাচীন কালত একোটা কলা, চাৰুকলাই হওক বা কাৰুকলাই হওক, পুত্ৰ-পুত্ৰাদিক্ৰমে অনুধাৱন কৰা হৈছিল। ইয়াকে বুলিছিল বংশগত কলা। কালক্ৰমত এই বংশগত কলা বিকৃত হৈ হিন্দুজাতিৰ কলঙ্ক জাতিভেদ প্ৰথাত পৰিণত হ'ল। আজি পৰিশেষত ইকুলো গ'ল, সিকুলো গ'ল। দেশত শিল্পকলা বংশগত হৈ বাঢ়িব নোৱাৰিলে; শিল্পকলা বিজতৰীয়া হৈ পৰিল। মাক-বাপেকে কি খাই জানো তুলিছিল, এই দুই ভ্ৰাতৃ ব্যতিক্ৰম হ'ল। পিতৃৰ বীজ পুত্ৰদ্বয়ত বৈ গ'ল। অসমৰ কলা-কৃষ্টিৰ ক্ষেত্ৰত প্ৰফুল্ল বৰুৱা আৰু ফুনু বৰুৱাৰ অৱদান এলেপেছা ধৰণৰ নহয়, শকত আৰু গজগজীয়া। অনুমান হয়, পিতৃৰ ডেউকাৰ তলত দুই পুত্ৰই এক সুস্থ বা-বতাহত লালিত-পালিত হ'ল। বিজ্ঞানৰ মতে সন্তানে সমৃদ্ধি লাভ কৰাত পৰম্পৰা আৰু বা-বতাহে প্ৰভাৱ পেলায়। এই প্ৰভাৱৰ সফল প্ৰয়োগ হৈছিল এই দুই ভ্ৰাতৃৰ মাজত।

ফুনু বৰুৱা স্বাভাৱিকে গুণীলোক। তেওঁ আছিল তীখাৰে গঢ়া অস্ত্ৰ। এনে গুণ সাধাৰণতে সন্তানে পিতৃৰপৰা আহৰণ কৰে—"Talent lying in the understanding is often inherited."—Colleridge. মাদ্ৰাজৰ ভাৰতনাট্যম প্ৰশিক্ষণ কেন্দ্ৰ কলাক্ষেত্ৰৰ অধ্যক্ষা শ্ৰীমতী ৰুক্মিণী অৰুণডেইল দেৱীয়ে ফুনু বৰুৱাৰ নৃত্যপটিয়সী জীয়ৰী শুভলক্ষ্মীক এই দৰে পৰিচয় দাঙি ধৰিছে—"পৰিয়ালৰ নৃত্যগীত চৰ্চাৰ পৰ্বতিত, শুভলক্ষ্মীয়ে কলাক্ষেত্ৰত এগৰাকী ভাল ছাত্ৰীস্বৰূপে পৰিচয় দিছে" (Having the background of dance and music in her family, she has been a good student of Kalakhetra)। এইখিনিতে এটা কথা মন কৰিব লগীয়া,—সন্তানে পিতৃকুলৰ চৰিত্ৰ আৰু গুণ, উত্তৰাধিকাৰীসূত্ৰে লাভ কৰিলেও বা-বতাহৰ অভাৱত মৰহি যাব পাৰে, সেই ফালৰপৰা পৰিৱেশৰ বা-বতাহক উত্তৰাধিকাৰীসূত্ৰে লাভ কৰা চৰিত্ৰ আৰু গুণতকৈ অধিক গুৰুত্ব আৰোপ কৰাত প্ৰয়োজন আছে। বৈজ্ঞানিক গৱেষণা আৰু পৰীক্ষা-নিৰীক্ষায়ো এই সত্যকে সমৰ্থন কৰে। ফুনু বৰুৱাই লক্ষ্মীদেৱীৰ আশীৰ্বাদ শিৰত লৈ জীয়ৰীক প্ৰয়োজনীয় বা-বতাহ দিবলৈ অকণো কাৰ্পণ্য কৰা নাই। প্ৰফুল্ল বৰুৱা ফুনু



বৰুৱাৰ দৰে উদ্যোগপতি অসমত অন্তত মুষ্টিমেয় সংখ্যক হ'লেও ওলাব। পুত্ৰসন্তান কলাকাৰ নহ'লেইবা, অন্যান্য ক্ষেত্ৰতো দেখোন আনৰ ল'ৰা-ছোৱালীৰ এই অৰ্হতা লাভৰ স্পৃহা চকুত নপৰে। পিতৃ-মাতৃৰ প্ৰয়োজনীয় মৰমৰ উমনি অবিহনে—সন্তানৰ শাৰীৰিক বা মানসিক বা সাংস্কৃতিক স্বাস্থ্য পূৰঠ হোৱাটো টান। বৰুৱা ভ্ৰাতৃদ্বয়ে এই ক্ষেত্ৰত এটি বিৰল উদাহৰণ দাঙি ধৰিছে। এই অৱদান অসমৰ সংস্কৃতিৰ ক্ষেত্ৰত উলাই কৰিব নোৱাৰি।

দুয়োজনা ভ্ৰাতৃ মঞ্চশিল্পী। নাট্য শিল্পৰ কেবাটাও দিশত দুয়োজন নিপুণ খনিকৰ। প্ৰফুল্ল বৰুৱাই নিজে গীত গায় আৰু আনকো শিকায়। তেওঁ মঞ্চশিল্পীক সাজপাৰো কৰি দিয়ে। প্ৰফুল্ল বৰুৱাই সৰ্বপ্ৰথমে থলুৱা সুৰৰ অসমীয়া গীত গ্ৰামোফন ৰেকৰ্ডত বাণীবদ্ধ কৰে। প্ৰফুল্ল বৰুৱাই নিজে অভিনয়ত স্ত্ৰী-পুৰুষ দুয়োবিধ চৰিত্ৰ ৰূপায়িত কৰিছে। প্ৰফুল্ল বৰুৱাৰ "অমৰ লীলাৰ" 'কমলা', "জয়মতীৰ" নামভূমিকা, "কেনে মজাৰ" 'জুলেখা', "সীতা" নাটৰ 'সীতা', "শোণিত কুঁৱৰীৰ" 'চিত্ৰলেখাৰ' অভিনয় অবিস্মৰণীয়। প্ৰফুল্ল বৰুৱা বিশিষ্ট পুৰুষ চৰিত্ৰৰ ভাও আছিল—"কৰ্ণাৰ্জুনৰ" 'কৰ্ণ'। ফুনু বৰুৱাই আমি জনামতে কাহানিও স্ত্ৰী চৰিত্ৰত অৱতীৰ্ণ হোৱা নাছিল।* কাৰণ তেওঁ আছিল ওখ-পাখ, নোদোকা, হাড়শকত মঙহাল আৰু পুৰুষ সুলভ অৱয়ব। ফুনু বৰুৱাই ৰূপায়িত কৰা পুৰুষ চৰিত্ৰসমূহ আছিল: "শকুনিৰ প্ৰতিশোধৰ" 'শকুনি', "মৰাণ-জীয়ৰী"ৰ 'ৰজাঘৰীয়া লগুৱা', "নগা কোঁৱৰৰ" 'নগা গাম' "কৰ্ণাৰ্জুনৰ" 'শকুনি', বেজবৰুৱাৰ "চক্ৰধ্বজ সিংহৰ" 'গজপুৰীয়া', "নন্দদুলালৰ" 'অক্ৰুৰ', "পিয়লি ফুকনৰ" 'নাৰায়ণ' ইত্যাদি। ফুনু বৰুৱাৰ মঞ্চসুলভ ব্যক্তিত্বই প্ৰতিটো চৰিত্ৰৰ ক্ষেত্ৰতে মঞ্চ প্ৰৱেশৰ লগে লগে দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল।

ফুনু বৰুৱাৰ শিল্পী সত্তাত আৰু এটি আপুৰুগীয়া সমল পোৱা গৈছিল। অভিনয় জগতত একেখন নাটকৰ একেটা চৰিত্ৰ ভিন্ ভিন্ অভিনেতা-অভিনেত্ৰীয়ে কৃতকাৰ্যতাৰে ৰূপায়িত কৰে। তাৰ কিছুমান হৈ পৰে কৃতী

* কৈশোৰ আৰু যৌৱনত বাণ-থিয়েটাৰত ফুনু বৰুৱাই প্ৰথমে স্ত্ৰী-চৰিত্ৰৰ অভিনয় কৰাৰ কথা নিজেও লিখি গৈছে আৰু এই বিষয়ে ৺চন্দ্ৰধৰ গোস্বামীদেৱেও তেখেতৰ প্ৰবন্ধত উল্লেখ কৰিছে। ৺ফুনু বৰুৱাৰ "হেৰাই যোৱা দিনবোৰ" আৰু ৺গোস্বামীৰ "ফুনু ককাইদেউ" দ্ৰষ্টব্য।—সম্পাদক

অভিনেতা-অভিনেত্ৰীৰ বিশুদ্ধ অনুকৰণ। কিন্তু কিছুমান ক্ষেত্ৰত অভিনেতাৰ স্বকীয় ব্যক্তিত্ব তাত ফুটি ওলায়। দুয়োজন শিল্পীৰে কেৰামতালি অনস্বীকাৰ্য। নাট্যাচাৰ্য শিশিৰ ভাদুৰী দেৱৰ অমৰ নাটক সীতাৰ নাম ভূমিকা দুগৰাকী অভিনেত্ৰীয়ে সমান দক্ষতাৰে অভিনয় কৰিছিল। তেওঁলোক দুগৰাকী হ'ল প্ৰভাদেৱী আৰু কঙ্কাদেৱী। কিন্তু ভাদুৰী দেৱৰ সেই নাট্যসন্থা আছিল ব্যৱসায়িক। এই সমস্যা অবৈতনিক নাট্য গোষ্ঠীত দেখা দিলেই জটিল হৈ পৰে। কেইটামান প্ৰধান ভূমিকা, অসমৰ আগ শাৰীৰ কেইবাজনো অভিনেতাই সমান দক্ষতাৰে ৰূপায়িত কৰে। এইখিনিতে ভুমুকি মাৰেহি প্ৰযোজনাৰ সমস্যাই কাক ধৰিব কাক এৰিব। কেতিয়াবা এই আত্ম প্ৰকাশৰ প্ৰবল প্ৰবৃত্তি ঈৰ্ষাত পৰিণত হোৱা দেখা যায়। প্ৰকৃত শিল্পীৰ এই অৰিয়া-অৰি মনোভাব শিল্পীসুলভ নহয় যেন অনুভৱ হয়। এনে এটা পৰিস্থিতিত ফুনু বৰুৱাই প্ৰকৃত শিল্পীৰ আচৰণেৰে এটি মহৎ আদৰ্শ দাঙি ধৰে। এইয়া শিৱসাগৰৰ নাট্যমঞ্চৰ কাহিনী। নাট মেলিলে শোণিত কুঁৱৰী। বচন বিতৰণত উচিত বিচাৰ মতেই ফুনু বৰুৱাৰ ভাগত পৰিল বাণৰজাৰ ভাও। নিঃসন্দেহে ফুনু বৰুৱাই এই চৰিত্ৰ কৃতকাৰ্যতাৰে ৰূপায়িত কৰিব পাৰিলেহেঁতেন। কিন্তু ফুনু বৰুৱাৰ শিল্পী মনে অনুভৱ কৰিলে—অগ্ৰজপ্ৰতিম, একেমঞ্চৰে, সম্পূৰ্ণ উপযুক্ত অভিনেতা পদ্মধৰ চলিহাওতো এই চৰিত্ৰৰ বাবে সম্পূৰ্ণ উপযুক্ত! ফুনো বৰুৱাই স্বইচ্ছাই এই চৰিত্ৰ ৰূপায়ণত অমান্তি প্ৰকাশ কৰিলে আৰু একপ্ৰকাৰে জোৰকৈ এই ভাও চলিহা দেৱক দিয়াবলৈ মঞ্চ সমিতিক মান্তি কৰালে। অবৈতনিক নাট্য গোষ্ঠীত এনে উদাহৰণ সঁচাকৈয়ে বিৰল। এনে আচৰণ প্ৰকৃত শিল্পীয়েহে কৰিব পাৰে। ফুনু বৰুৱাই মঞ্চত অকল অভিনয়েই কৰা নাছিল,—বাতাবৰণ সৃষ্টি কৰিবলৈ মঞ্চৰ আঁৰত বেহেলাৰ ৰেপণী দিছিল, সংগীতত বেহেলা বা অৰ্গেনেৰে সংগত কৰিছিল। তাৰ বাবে ফুনু বৰুৱাক খোচামোদ কৰিব নেলাগে, এবাৰ কাণত পেলালেই হ'ল।

প্ৰফুল্ল বৰুৱা আছিল গ্ৰামোফন ৰেকৰ্ড কৰাত প্ৰথম অসমীয়া, ফুনু বৰুৱা আছিল অসমীয়া প্ৰথম বোলছবি "জয়মতী"ৰ প্ৰথম প্ৰধান পুৰুষ চৰিত্ৰ। জ্যোতিপ্ৰসাদ আগৰৱালা দেৱৰ গদাপাণিৰ ভাওত ফুনু বৰুৱাৰ বাছনি আছিল অতি নিৰ্ভুল। একেজন মানুহকে প্ৰবল প্ৰতাপী সামন্ত



আৰু অভিজাত ৰূপতে শুৱায় আৰু খোজ-কাটল, কথন ভংগীত জনজাতীয় নগা গাম যেনো লাগে। দৰাচলতে পৰ্বত আৰু ভৈয়ামৰ ই এক সুসমন্বয়। এজনতে দুজন ( Two in one )—মঞ্চৰ প্ৰহেলিকা হ'লেও বাস্তৱ ক্ষেত্ৰতো এই দ্বৈত চৰিত্ৰৰ সুদূৰপ্ৰসাৰী তাত্ত্বিক ইংগিত আছে। এই চৰিত্ৰ অভিনয়ত পৰ্বত আৰু ভৈয়ামৰ দৰ্শক সমানে আকৃষ্ট হয়।

যি জন লোক কোনো এটা ক্ষেত্ৰত উদাৰ, তেওঁ সকলো ক্ষেত্ৰতে উদাৰ। মানুহৰ সজ চিন্তাধাৰা আৰু আচৰণবোৰ অভ্যাসত পৰিণত হৈ সজ হ'ব লাগে। ফুনু বৰুৱাক সংস্কৃতিয়ে ধুৱাই বাহিৰে ভিতৰে নিকা কৰা মানুহ। তেওঁ আছিল ৰুচিবান, পৰিশুদ্ধ আৰু নিৰ্ভীক। ফুনু বৰুৱা মানুহজন আকৌ এবাৰ প্ৰকাশ পালে তেওঁৰ জীয়ৰী শ্ৰীমতী শুভালক্ষ্মীৰ বিবাহ সংক্ৰান্তত। স্ত্ৰী আৰু পুৰুষে জোৰ পতাটো মানুহৰ আদিম প্ৰবৃত্তি। কিন্তু মানুহে যেতিয়া সমাজ পাতিলে, জোৰ পতা ব্যৱস্থাটো তেতিয়া কলৰ গুৰিৰে গৈ সমাজত বহি নীতি-নিয়মেৰে সম্পন্ন কৰাৰ কথা আহিল। গতিকে বিবাহ হৈ পৰিল এক সামাজিক অনুষ্ঠান। বিবাহকাৰ্য সমাজ বিদ্যমানে সুসম্পন্ন হ'ব লগীয়া হ'ল। এই সূত্ৰে প্ৰথমে লাগিব দৰা-কইনাৰ পিতৃৰ সন্মতি আৰু ৰাইজৰ আশীৰ্বাদ। আদিম অৱস্থাত স্ত্ৰী-পুৰুষে জোৰ পতাত জাতিভেদৰ ডেওনাখন নাছিল। যিহেতু জোৰ পাতিবলৈ বিশেষ সঁচাৰৰ বাবে বিশেষ কাঠীৰ প্ৰয়োজন নাই; সেয়ে এই মিলন আছিল উন্মুক্ত—প্ৰজনন আছিল তাৰ একমাত্ৰ উদ্দেশ্য। অবাটে খোজ কঢ়াৰ বাবে একোটা বৃত্তি অনুসৰণ কৰোঁতে যেনেকৈ জাতিভেদৰ মেৰপাক সৃষ্টি হ'ল, একেদৰে পাভজোৰ পাতিবলৈ গৈ বিবাহ কাৰ্যও নেওঠনিৰ চেপত সোমাই পৰিল। শুভবিবাহত জাতিভেদৰ কৰাল ভালকৈয়ে বান্ধ খালে। আনফালে আন্তঃসাম্প্ৰদায়িক বিবাহৰ উদাহৰণ তাহানিও আছিল, আজিও আছে। তথাপি আন্তঃ-সাম্প্ৰদায়িক বিবাহক উদগনি দিবলৈ চৰকাৰে আৰ্থিক পুৰস্কাৰ ঘোষণা কৰাটো জানো অৱান্তৰ নহয়? পিতৃ-মাতৃ আৰু ৰাইজৰ আশীৰ্বাদৰ নিৰ্মালি শিৰত লৈ যি আন্তঃসাম্প্ৰদায়িক বিবাহ সম্পন্ন হয়, সেই বিবাহ আদৰ্শনীয়। এনে বিবাহে সাম্প্ৰদায়িক ঐক্য গজগজীয়া কৰাত প্ৰভূত অৰিহণা আগ বঢ়ায়। ফুনু বৰুৱাই সচেতন আৰু সুস্থিৰভাৱে, অগ্ৰজ প্ৰফুল্ল বৰুৱাৰ সন্মতিক্ৰমে ৰাইজৰ আশীৰ্বাদ বিচাৰি, জীয়ৰী শুভলক্ষ্মী আইদেউৰ যি

আন্তঃসাম্প্ৰদায়িক বিবাহ সুসম্পন্ন কৰিলে, নতুন সমাজ গঢ়নত ই এক বলিষ্ঠ পদক্ষেপ।

ফুনু বৰুৱাৰ সৈতে আমাৰ এক ব্যক্তিগত সম্বন্ধ উল্লেখ কৰি এই প্ৰবন্ধৰ সামৰণি মাৰিবলৈ বিচাৰিছোঁ। ফুনু বৰুৱা মোৰ অগ্ৰজপ্ৰতিম। কাহানিৰপৰা তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃত্ব মৰমৰ উমনি লাভ কৰিছিলোঁ, মনত নাই। আমি ১৯৫৩ চনৰপৰা দিল্লী মহানগৰীলৈ যাব লগীয়া হৈছে—চৰকাৰী বা বেচৰকাৰী কামত। আমাৰ এটা বদ অভ্যাস আছে, মুখত এখন তামোল অহৰ্নিশে চোবাই থাকোঁ। দিল্লীত পাণ পায়, গোৰোৱা তামোল হে পাবলৈ নাই। গোৰোৱা বুঢ়া তামোল আমি প্ৰতিবাৰে দুই এপোণ লগত লৈ যাওঁ। এবাৰ দিল্লীত বাহৰ পাতোঁতে গধূলি গম পালোঁ, পাণৰ ভঁৰাল উদং। ৰাতিটো পাৰ কৰোঁ কেনেকৈ? আমি ভেৰোণীয়া টেক্সি এখনত নয়া দিল্লীৰপৰা পুৰণা দিল্লী পালোঁগৈ পাণ বিচাৰি। ৰূপ এটকাৰ পাণ কিনি অনা হ'ল। উভতি ঘৰ পাওঁতে টেক্সিৰ ভাড়া ভৰিলোঁ ছটকা। এইকথা ককাইদেউ ফুনু বৰুৱাৰ কাণত কেনেবাকৈ পৰিল। আমি যেন তেওঁক এটা চেপা কলহে উপহাৰ দিলোঁ, লগতে অপাৰ আনন্দ। আমি ৰক্ষা নোপোৱা হ'লোঁ। ফুনু বৰুৱাই লগ পালেই হুকুম কৰা হ'ল—"যুগল, এইফালে আহ।" আমিও নিমাখিতভাৱে ডিঙি পাতি দিওঁ। ককাইদেৱে মোৰ সোঁহাতখন তেওঁৰ সোঁহাতেৰে চাহাবে "হেণ্ড্ চেক" কৰাৰ দৰে ধৰি লয়। ওচৰ-পাঁজৰৰ মানুহ যাকে পায় তাকে কাষ চপাই লয় আৰু মই দিল্লীত ছটকা ভৰি এটকাৰ পাণ কিনা কাহিনীৰ বকলা মেলি পৰম তৃপ্তি লাভ কৰে। লগে লগে কোনোপ্ৰকাৰৰ আৱেগ প্ৰকাশ নকৰাকৈ মোৰ হাতখন এটা কেঁকোৰা-চেপা দিয়ে। আমি কেতিয়াবা অতিষ্ঠ হৈ পৰোঁ। জয়দেউ কাকুতি কৰিলেও হাতখন এৰি নিদিয়ে। আজি ককাইদেউৰ বিয়োগত আমাক কেঁকোৰা-চেপা দিয়া মানুহ নোহোৱা হ'ল। ফুনু বৰুৱাৰ এইটো কেঁকোৰা-চেপা নহয়—মৰমৰ চেপা।



শ্ৰীপৰাগ চলিহা

## ফুনু বৰুৱা

শিল্পী আৰু মানুহ—শিল্পীয়ে সৃষ্টি কৰে সুন্দৰৰ। তেওঁৰ সাধনাই সুন্দৰৰ। মানুহেও তাকেই কৰে। কিন্তু মানুহ মাত্ৰেই শিল্পী নহয় আৰু সেইদৰে শিল্পী বোলালেই মানুহ প্ৰকৃত মানুহ হ'ব নোৱাৰে। যিজন প্ৰকৃতাৰ্থত শিল্পী তেওঁহে যথাৰ্থ ই মানুহ। ফুনু বৰুৱা তেনে এগৰাকী শিল্পী, তেনে এগৰাকী মানুহ।

পোন প্ৰথম অসমীয়া কথাছবিখনৰ নায়ক হোৱাতেই ফুনু বৰুৱাৰ প্ৰসিদ্ধি লাভ হ'ল বোলাটো অনুচিত। জয়মতী কথাছবিত গদাপাণি চৰিত্ৰৰ ৰূপায়ণত মনোহাৰিত্ব আনিব পৰাতেই শিল্পীজনাৰ সাৰ্থকতা প্ৰতিষ্ঠা হোৱা নাছিল। সুঠাম সুদেহী ৪০ ইঞ্চিৰ বুকু লৈ ৩৩ বছৰীয়া মানুহজন "গদাপাণি"ৰ বল বয়সৰ জোখাৰে হোৱা বাবেই ৰূপকোঁৱৰে ফুনু বৰুৱাক বাছি লোৱা নাছিল, গুণীয়ে গুণৰ মোল বুজে। তেতিয়ালৈকে "বাণষ্টেজ"ত মাত্ৰ দুই তিনিখনমান অভিনয়ত সৰুসুৰা চৰিত্ৰ ৰূপায়ণ কৰা ফুনু বৰুৱাৰ অভিনয়-প্ৰতিভা শিৱসাগৰতহে প্ৰকাশ হৈছিল। ১৯২৮ চনত "শকুনিৰ" ভাও লৈ শিল্পীয়ে চতুৰ কূটনীতিবিদৰ চৰিত্ৰ কথাই বতৰাই, খোজে, কাটলে, চকুৰ পাকে প্ৰকাৰে, যি চাল-চালনা চাতুৰী দেখুৱালে দেখাজনেহে বুজিব। শকুনি ৰূপে প্ৰসিদ্ধ ব্ৰজনাথ শৰ্মা, ফণী শৰ্মা, মিত্ৰদেৱ মহন্তৰ লগতে ফুনু বৰুৱাৰ নাম থাকিবই লাগিব। ১৯২৯ চনত "শোণিত-কুঁৱৰী"ৰ বাণৰজাৰ ভূমিকাত এই শিল্পী গৰাকীয়ে এনে প্ৰতিভাৰ পৰিচয় দিলে যে তেওঁ যেন সেই ধ্ৰুবসত্যৰ প্ৰমাণ দিবলৈকেহে বাণৰ ভাও লৈ ওলাল।

কবি (সাহিত্যিক) তৈয়াৰ কৰিব নোৱাৰি। তেওঁলোক জন্মেহে। কবি বোলোঁতে নিশ্চয় শিল্পীকো সাঙোৰা বুলি ধৰি লব পাৰি। সঙ্গীত-শিৰোমণি লক্ষ্মীৰামৰ ঔৰসত আৰু পূতসলিলা গঙ্গাৰ নামান্তৰ জাহ্নবীৰ গৰ্ভত শিল্পীৰ জন্ম নহ'লে হ'ব ক'ত? ফুনু বৰুৱা সেইহে কোনোবাই

হাতুৰী ৰান্দা মাৰি সজাই তোলা "বস্তু" নহয়। অভিনয়-মঞ্চৰ কথা নকৰেই! ফুনু বৰুৱাৰ জন্মই শিল্পীৰূপেহে।

বহুজন বৰেণ্য মঞ্চশিল্পী একেটা ধৰণৰ ভূমিকাতহে অৱতীৰ্ণ হ'ব খোজে। নিপুণতাও তাতেই সীমাবদ্ধ। কিন্তু বাণ, শকুনিৰ ভাওত সাৰ্থক হোৱাজনেই গজপুৰীয়া হৈ লাওপানীৰ ৰাগীত ৰৰমতালি কৰি হাঁহিৰ খোৰাক যোগাই থকা আৰু নাৰায়ণৰ ভাও লৈ গহীন-পাতলৰ মধুৰ মিশ্ৰণ ঘটাই একে কুশলতাৰ পৰিচয় দিব পৰা অভিনেতা আমাৰ মাজত কেইজন? ৰূপায়ণত, বচনত, গায়নত, প্ৰতি অভিনয়তে একেটা 'টাইপ' হৈ কোনোদিনে নাথাকি অভিনয়-বলিয়া হৈ বাণৰ-ভাওতে কৃতিত্ব দৰ্শোৱা মানুহজনেই নিজে বয়োজ্যেষ্ঠ আন এগৰাকী কলা-কুশলীক উপযাচি বাণৰ ভাৱকে লবলৈ খাটনি ধৰা দৃষ্টান্তই বা কিমান? শিৱসাগৰত ফুনু বৰুৱাই কিন্তু পদ্মধৰ চলিহাক তাকে কৰিছিল। গজপুৰীয়া আৰু নাৰায়ণৰ ভূমিকাৰ ক্ষেত্ৰতো আমাৰ নিজৰ বেলিকাও ফুনু বৰুৱাই একে মহত্বকে দেখুৱাইছিল নিজৰ ভাও আমাক দি। অকল অভিনয়তে নহয়, গীত-মাত-নাচতো ফুনু বৰুৱা সিদ্ধ হস্ত। বেহেলাখন লৈ বজোৱা বা ২৫।৩০ বছৰ অভিনয়াদিত বেহেলা সঙ্গত কৰাৰ কথা এৰোঁৱেই। বিশেষকৈ অভিনয় আখৰাত আনে ভুল কৰিলে তেওঁৰ সহ্য নহয়। সমনীয়া অথবা বয়সত সৰুজনক 'ষ্টুপিড' বুলি ধমকি দি আৰু কেতিয়াবা কাণখনকে সজোৰে মুচৰি ভুল শুধৰাই দিয়ে। 'ষ্টুপিড' তেওঁৰ মৰমৰ দাবী। কাণচেপাটো আন্তৰিকতাৰ চিন। ভিতৰত কলুষ-কালিমা ঈৰ্ষা-দ্বেষ থাকিলে এনে কৰিব নোৱাৰে। তেওঁৰ 'হেণ্ডশ্বেক'ৰ চেপা লবলৈ বহু ডেকা চেঙেলীয়া দূৰতে বিদূৰ হয়। ৮০ বছৰ বয়সতো সেই সুপুৰুষজনক নজনাজনে কব আঢ়ৈ কুৰি বছৰীয়া বুলিহে।

সেই একেজন মানুহেই কিন্তু কাৰোবাৰ অসুখ-বিসুখ, বিপদ-বিঘিনিৰ খবৰ পালেই নিজে গৈ হাজিৰ। সহায়হীনজনক টকা-কড়ি, ঔষধ-পাতি, কানি-কাপোৰ দিয়াতো কুণ্ঠাবোধ কৰা কাহানিও নেদেখিলোঁ, নুশুনিলোঁ। কেৱল সেয়ে নহয়, চিনাকী দুখীয়া কাৰোবাৰ দেউতাক-মাকৰ অসুখ-বিসুখৰ খবৰ পালেই জোৰকৈ টকা-পইছা গুজি দি, আনৰপৰা ইতিকিং, কটুকথা শুনা আমি নিজে কেইবাবেলিও কব পাৰোঁ। বিয়া-বাৰু, সভা-সমিতিত বগলী-পাখী যেন বগা চুৰিয়া-পাঞ্জাৱী লৈ ফুনু বৰুৱা ওলাবগৈয়ে। সভা-



সমিতি বোলোঁতে সংস্কৃতি, সাহিত্য বিষয়ক সভাৰ কথাহে কোৱা হৈছে। ৰাজনৈতিক, আনকি সামাজিক সমস্যামূলক সভাত, তেখেতক কাচিৎহে দেখা যায়। তেনে ক'ৰবালৈ মাতিলে কয়, "মই সেইবোৰত নাই। সেইবোৰত নিজত্ব নেথাকে।" সঁচাই ফুনু বৰুৱাৰ নিজত্ব, ব্যক্তিত্ব কোনে অস্বীকাৰ কৰিব? অভিনয় জিনি থাকোঁতেই নহয়, আলিবাটতো একে ব্যক্তিত্ব।

এজনৰ ওচৰত কিন্তু সেই গৰাকী কুমলীয়া শিশুটিৰ দৰে, তলৰ মূৰ ওপৰলৈ নোতোলে, মাত কথাও নুফুটে। তেখেতে ককায়েক—প্ৰফুল্লচন্দ্ৰ বৰুৱা। অগ্ৰজজন যেন তেওঁৰ দেউতাকহে। নহ'বইবা কিয়? সৰুৰে পৰা তজবজীয়া উৎপতীয়া 'ফুনু'ৱে পঢ়া-শুনাত ৰাপ নেদেখুৱালে। দেউতাকৰ ৰাগ-ৰাগিণীৰ চৰ্চা শুনি থাকে। দেউতাক সঙ্গীত সাধনাতে মত্ত। সেইদিন ধৰি ককাইদেৱেকেই ফুনুক ছাঁৰ দৰে লৈ ফুৰিলে। শিৱসাগৰলৈ আহি ভাই-ককায়েকে আৰম্ভ কৰা ঠিকাত ভায়েক সহকাৰী। আন সৰু-সুৰা কাৰবাৰত ককায়েকে দিয়ে হাত, কাম কৰোৱায় ভায়েকৰ যোগে। যাদৱপ্ৰসাদ চলিহা দদাইদেউৰ বাগিচাত টলৌ-টলৌকৈ ঘূৰি ফুৰা ফুনু বৰুৱা ককায়েকৰ জহতে ৬।৭খন বাগিচাৰ অধিকাৰী হ'ব পৰা হ'ল। তাহানি কথমপি পেটে-ভাতে খাই ফুৰা সামান্য কেৰাণী এজনৰ পুতেক আচল চাহাব মেনেজাৰকে ধৰি হেজাৰ-বিজাৰ মানুহক ভাত-কাপোৰ যোগাব পৰা হ'ল—কেৱল ককাইদেৱেকৰ পটুতা, প্ৰতিভাৰ বলতে। ককাইদেৱেকে বিচৰামতে কাম নেপালে সৰু ল'ৰাক ধমক দিয়াৰ দৰে খং কৰা আমি কিমানদিন দেখিলোঁ। কিন্তু দপ্‌দপাই ফুৰা "সৰুদেউতা"জন "বৰদেউতা"ৰ সন্মুখত নিমাত নিৰ্বাক যেন পুতলা এটাহে। ঢুকুৱাৰ আগলৈকে সেই একে অৱস্থা। ৰাম-লক্ষ্মণৰ সম্বন্ধৰ সত্যতা এই দুজন সহোদৰক দেখিলেহে বুজিব পাৰি। দৰাচলতে কবলৈ গ'লে ককাইদেৱেকৰ কথাতে হয়ভৰ দিয়া বাবে আৰু কোনো ধৰণৰ বৈষয়িক ৰাগ-জালৰ প্ৰতি লেশ-মাত্ৰও আসক্তি নথকাৰ বাবেই বহু ব্যৱসায়ত সাফল্য লভি অজস্ৰ সম্পত্তিৰ অধিকাৰী আৰু ৰাজনীতিৰ খেলতো প্ৰফুল্লচন্দ্ৰ বৰুৱাই খ্যাতি অৰ্জন কৰিব পাৰিছিল—ফুনু বৰুৱা সহযোগীৰূপে থকাৰ বাবেহে। অসমীয়া ফকৰাটি "ফুটাঘাত খুটীয়া লাগে" ফুনু বৰুৱাই যেন মিছা বুলিহে প্ৰমাণ কৰিছিল। ঘৰে-ঘৰোৱাহে দেশ-বিদেশ সকলো ফুৰিলে, নগ'ল মাত্ৰ

ফুনু বৰুৱাহে। অৰ্থৰ অভাৱত নহয়, কোনো ধৰণৰ স্বাচ্ছন্দ্যৰ প্ৰতি থকা বিৰাগৰ হেতু। কৃত্ৰিমালি তেওঁৰ শত্ৰু। অজস্ৰ সম্পত্তি থকা ফুনু বৰুৱাৰ গাত থকা বগা সাধাৰণ সাজ-পোছাক জোৰৰ দৰেই তেওঁৰ অন্তৰখনো শুদ্ধ, বগা, পৰিষ্কাৰ। ডাম্ফোপ, ভেম, গেলাগপ এইবোৰ নাই। নিশা শুই থাকোঁতেই নিজে কষ্ট নাখাই, আন কাকো কষ্ট নিদি মৰণতো প্ৰমাণ কৰি গ'ল—মন-প্ৰাণ কেনে ফৰকাল।

এতিয়া সমাজত পৰনিন্দা, পৰচৰ্চাৰ কোৰেই আটাইতকৈ চৰা। ফুনু বৰুৱা কিন্তু এই বিষয়ত ব্যতিক্ৰম। আজিলৈকে কাৰো বিষয়ে বেয়াকৈ কোৱা নুশুনিলোঁ। তেওঁ নিজে কিন্তু বহুবাৰ বহুধৰণে চকুচৰহা মানুহ-ৰূপী কাউৰী শগুণৰ কোপত পৰিছিল। মানুহজন শত বিপৰ্যয়ৰ মাজতো সেই একে ৰূপতে দেখাত শুৱনি, গহীন। আৰু শুনিবলৈ আগ্ৰহ কৰিলে লানি-নিছিগাকৈ কৈ গৈছিল কত ধৰণৰ কথা, কলা সংস্কৃতিৰ 'জ্যোতি'ৰ (ৰূপ-কোঁৱৰ), অভিনয়ৰ গীত-মাতৰ। আগ্ৰহ নথকাজনে আমনি পাব পাৰে; কিন্তু আগ্ৰহ থকাজনে তাতে অমৃতৰ সন্ধান পাব পাৰে।

ফুনু বৰুৱা নাইকিয়া হোৱাত আটাইতকৈ ক্ষতি হ'ল শিৱসাগৰৰ, শিৱসাগৰ নাট্যসমাজৰ। কান্দিব পৰা হ'লে নাট্যমন্দিৰটোৱেই আটাইতকৈ বেছিকৈ, হুৰাওৰাৱে কান্দিলেহেঁতেন। তেওঁৰ মৰমৰ মাত সদায় পোৱা বহু অজান পুৰুষ-মহিলাই অৱশ্যে বিনায়ে থাকিব বহুদিনলৈ।

কিছুদিনৰ আগতে শিৱসাগৰ এৰি যোৱাৰ আগে আগে নাট্যমন্দিৰৰ কাষেদি গৈ তাতে থকা 'কানু'ক পাই কৈ গ'ল—"বুজিছ বোধকৰোঁ এইপিনে আৰু আহিব নোৱাৰিম।" ঘৰৰ বাৰীৰ গছকেইজোপামান লগুৱাহঁতক দেখুৱাই গ'ল, তেওঁৰ চিতাত লগাবলৈ। সেইমতে লগোৱাও হ'ল।

ভায়েকৰ শৱদেহ আগত লৈ নিশা দেড় বজাত ককায়েক প্ৰফুল্ল বৰুৱাই হুমুনিয়াহ এটা পেলাই ক'লে—"৮২ বছৰএকেলগে কটালোঁ। কালি সি বেলেগ হৈ গুছি গ'ল।" চকুলো দুধাৰি গালেদি বৈ গ'ল আমাৰো।

ফুনু বৰুৱাই স্কুলৰ দেওনাখনকে পাৰ হোৱা নাছিল। কিন্তু লেখাই-পঢ়াই, কোৱাই তেওঁৰ ইংৰাজী যেন আইৰ মাতহে। কলা-সংস্কৃতিৰ, বিশেষকৈ মানৱীয় বিভাগত, অৱশ্যে বিশ্ববিদ্যালয়ৰ শীৰ্ষবিন্দুৰ খিয়াতি অৰ্জন কৰিলে। এইজন যথাৰ্থ শিল্পী আছিল, সকলো ফালৰপৰা প্ৰকৃত মানুহ।



শ্ৰীবীৰেন বৰকটকী

## ফুল মৰহিলে সৌৰভ থাকিব

"জীৱনৰ বন্তি নুমাওঁ নুমাওঁ অৱস্থাত, সংস্কৃতিৰ ধ্বজাবাহী মোৰ আদৰৰ বিগত শিল্পীসকলক লগ ধৰিবলৈ ক্ষণ গণি আছোঁ।" 'জ্যোতিপ্ৰসাদৰ সান্নিধ্য আৰু জয়মতী কথাছবিৰ নিৰ্মাণৰ স্মৃতিৰ' শিতানত লেখা প্ৰবন্ধৰ সামৰণি মাৰিছিল এই করুণ বাক্যটিৰে 'জয়মতী' কথাছবিৰ গদাপাণিৰ ভূমিকাত ওলোৱা ফুনু বৰুৱাই। বিগত সংস্কৃতিৰ ধ্বজাবাহী আদৰৰ শিল্পী-সকলক লগ পাইছিল নে নাই নাজানো, কিন্তু ফুনু বৰুৱাই চিৰদিনৰ কাৰণে বিদায় ল'লে ১৯৮২ চনৰ ৯ অক্টোবৰত তেওঁৰ মাজিউ জীয়ৰী বিখ্যাত নৃত্য পটীয়সী শুভলক্ষ্মী বৰুৱা (খান)ৰ দিল্লীৰ বাসভৱনৰপৰা। কেইবাটাও দশকজোৰা তেওঁৰ কৰ্মভূমি শিৱসাগৰৰ ফুকন নগৰৰ শ্মশানত তেওঁৰ পাৰ্থিৱ দেহা চিতাৰ জুয়ে সামৰি ল'লে। এজন প্ৰবীণ শিল্পীৰ একাশী বছৰীয়া জীৱনৰ অৱসান ঘটিল।

জীৱনত সাহে-পিতে, কথাই-বতৰাই, সাজে-পাৰে, কামে-কাজে শিল্পী ফুনু বৰুৱাৰ সিৱত আছিল উত্তৰ গুৱাহাটীৰ বেজদলৈ ভণ্ডাৰী বৰুৱাৰ তেজ। জীৱনজোৰা সঙ্গীত সাধনাৰে নানা বিপদ-বিঘিনিৰ মাজতো অমৰ সঙ্গীতকে স্বৰ্গীয় সম্পদ বুলি জ্ঞান কৰা সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা আছিল তেওঁৰ পিতৃ। সৰুতে মাতৃহাৰা ফুনু বৰুৱাই পিতৃক দেখিছিল—বন্ধুত্বৰ চিনস্বৰূপে গৌৰীপুৰৰ ৰজাই পেৰিছৰপৰা অনাই উপহাৰ দিয়া বেহেলা-খনত সুৰৰ সাধনা কৰা। সঙ্গীত-সাধক লক্ষ্মীৰাম বৰুৱাই গীত ৰচনা কৰি পুত্ৰ প্ৰফুল্ল বৰুৱা আৰু ফুনু বৰুৱাক শিকাইছিল দেৱতাৰ সুৰ-গান্ধাৰ, মালকোষ ইত্যাদি। গীতৰ দুই-এটা কলি শিকিলেও প্ৰফুল্ল বৰুৱা আৰু ফুনু বৰুৱাৰ জেপত থকা মাৰ্বলৰ মূৰ্ছনাৰ আকৰ্ষণ বেছি হয়। ল'ৰাহঁতক শিকাই থকাৰপৰা দেউতাকে যেতিয়া গীত গোৱাত নিজেই তন্ময় হৈ পৰে তেতিয়া মাৰ্বলৰ গুটি বজাই বজাই শিশু ফুনু বৰুৱা শিশু প্ৰফুল্ল বৰুৱাতকৈ

আগতে আঁতৰে। তথাপি পিতৃৰ সঙ্গীত-সাধনাই পুত্ৰদ্বয়ৰ ওপৰত প্ৰভাৱ পেলায়। দুয়ো পুত্ৰৰ জীৱনত সঙ্গীতে এৰা নিদিলে—বেহেলা, এছৰাজ, হাৰমণিয়ামত উঠি অহা শিল্পীহাতৰ পৰশ লাগিল, কণ্ঠৰপৰা সুৱদী সঙ্গীত ওলাল। ফুনু বৰুৱাই আপোন কৰিলে বেহেলা আৰু প্ৰফুল্ল বৰুৱাই বিশেষভাৱে মন দিলে কণ্ঠ সঙ্গীতত।

নিচেই সৰুতে মাতৃক হেৰুওৱা আৰু চেমনীয়াত পিতৃক হেৰুওৱা বৰুৱা পৰিয়ালক দৰিদ্ৰতাই পীড়িছিল। দৰিদ্ৰতাই পীড়া এই পৰিয়াল একালত বিচ্ছিন্ন হৈ পৰিছিল। ধুবুৰীত জন্মলাভ কৰা ফুনু বৰুৱাই ১৯০৫ চনৰপৰা ১৯১৪ চনলৈ তেজপুৰত কটায়। সেই সময়ত তেওঁ পিতৃ সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা আছিল বাণ ষ্টেজৰ সঙ্গীত বিভাগৰ অধ্যক্ষ। বাণ ষ্টেজৰ আগশাৰীৰ অভিনেতা গুণীন্দ্ৰ শৰ্মা, বলীন্দ্ৰ বৰুৱা, চন্দ্ৰ শৰ্মা, অন্নদাকুমাৰ পদ্মপতি, বোধনাথ পটঙ্গীয়া, কালিচৰণ ভট্টাচাৰ্য, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আদিৰ শ্ৰেষ্ঠ অভিনয়ে শিল্পীমনৰ ফুনু বৰুৱাৰ মন অভিনয়ৰ প্ৰতি ঢাল খুৱায়। ১৯১৪ চনত পিতৃৰ বিয়োগে মনত চেঁচাপানী ঢালিলেও ছিলঙলৈ গুচি আহিব লগা বৰুৱাই গীত-মাত-নৃত্যৰ সাধনা এৰা নাছিল। ছিলঙত হোৱা সৰস্বতী পূজা আদিত অভিনয় আৰু আবৃত্তি কৰা ফুনু বৰুৱাই গুণী-জ্ঞানী ব্যক্তিৰ প্ৰশংসাও লাভ কৰিছিল।

তেজপুৰত থাকোঁতে সৰুতে জ্যোতিপ্ৰসাদৰ লগত বন্ধুত্ব গঢ়ি তোলা ফুনু বৰুৱাই নিজৰ কলামোদী মনটো গঢ়িতোলাৰ ক্ষেত্ৰত উপযুক্ত লগৰীয়া পাইছিল। পিতৃ বিয়োগৰ পিছত বহু কষ্ট কৰি পা-পইছা গোটাই লৈ ১৯২২ চনত কলিকতাত বেঙ্গল টেকনিকেল ইন্‌ষ্টিটিউটত নাম লিখায়। আজি শিৱসাগৰৰ যিটো পৰিয়াল ধন-ঐশ্বৰ্যৰে নদন-বদন সেই পৰিয়ালৰ ফুনু বৰুৱাই দেড় বছৰ কলিকতাত পঢ়াৰ পিছত আৰ্থিক অনাটনত পঢ়াৰ সামৰণি পেলায়। ফুনু বৰুৱাই কলিকতাত পঢ়াৰ সময়ত জ্যোতিপ্ৰসাদে কলিকতাৰ বিদ্যাপীঠত পঢ়ে। জ্যোতিপ্ৰসাদে তাতেই 'শোণিত কুঁৱৰী' লেখে আৰু ফুনু বৰুৱাই প্ৰত্যেকটো চৰিত্ৰৰে অভিনয় কৰি দেখুৱায়। বঙালী বায়স্কোপ 'আধাৰে আলো' চাই জ্যোতিপ্ৰসাদে ফুনু বৰুৱাৰ লগত আলোচনা কৰে এখন বায়স্কোপ কৰাৰ। বায়স্কোপ হ'ল অবাক চিনেমা। তেতিয়া বোলছবি জগতত বিস্ময় সৃষ্টি কৰা 'আলম আৰা' সবাক চিনেমা ওলোৱা নাই।



জ্যোতিপ্ৰসাদ আগৰৱালাৰ আপ্ৰাণ চেষ্টাত ভাৰতৰ চতুৰ্থ বোলছবি জয়মতী ১৯৩৫ চনত ৰাইজৰ সমুখলৈ ওলাল ভোলাগুৰি বাগিচাৰ চিত্ৰবনৰপৰা। কৃতিত্বৰে গদাপাণিৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল ফুনু বৰুৱাই। অসমৰ প্ৰথম অসমীয়া কথাছবি 'জয়মতী'ৰ নায়ক গদাপাণিৰ ৰূপত ফুনু বৰুৱা কিমান বিপদ-বিঘিনি লাঞ্ছনা-গঞ্জনাৰ মাজত জ্যোতিপ্ৰসাদে সৃষ্টি কৰিলে 'জয়মতী'। ইয়ো এক দুঃসাহসিক অভিযান। এই অভিযানত জ্যোতিপ্ৰসাদক উদগনি দিওঁতাসকলৰ ভিতৰত আছিল প্ৰফুল্ল বৰুৱা, স্বৰ্গীয় গুৰুপ্ৰসাদ চলিহা আৰু ফুনু বৰুৱা।

বহুত নিশালৈকে সঙ্গীত-সাধক দেউতাক আহিব আহিব বুলি পাক-ঘৰত পীৰা জোৰা দি দি টোপনি যোৱা মাতৃহাৰা পৰিয়ালটিৰ প্ৰফুল্ল বৰুৱা, ফুনু বৰুৱা ডেকা কালত অৰ্থাৎ ১৯২৮ চনত শিৱসাগৰত নিগাজীকৈ থাকিবলৈ আহে। শিৱসাগৰে প্ৰফুল্ল বৰুৱা ফুনু বৰুৱাৰ ভাগ্যৰ পৰিৱৰ্তন ঘটায়। লক্ষ্মী-সৰস্বতী এদিন হাতত ধৰা-ধৰিকৈ সোমাই আহিল খেৰীঘৰৰ পদূলি-দিয়েই। খেৰৰ ঘৰৰ ঠাইত পকা দালান উঠিল। ঐশ্বৰ্য সম্পত্তিয়ে দুয়ো ভ্ৰাতৃক হাত বাউল দি মাতিলে। দুয়ো ভ্ৰাতৃৰ শিল্পীমনৰ প্ৰতিভা বিস্তাৰবো থলী হল শিৱসাগৰেই। এদিন আৰ্থিক অনাটনত নানা নিৰ্যাতন ভোগা প্ৰফুল্ল বৰুৱা, ফুনু বৰুৱাই সাংস্কৃতিক অনুষ্ঠান, শিক্ষানুষ্ঠান, ধৰ্মানুষ্ঠানলৈ মুক্তহস্তে দান দিব পৰা হ'ল।

কথা-বতৰা চাল-চলন, অঙ্গী-ভঙ্গীত অভিনেতা অভিনেতা যেন লগা চিৰ সেউজীয়া মনৰ ফুনু বৰুৱাই শিৱসাগৰ নাট্য সমাজৰ ৰঙ্গমঞ্চত ১৯২৮ চনৰপৰা বহুতো নাটক কৃতিত্বৰে অভিনয় কৰিছিল। ফুনু বৰুৱা জন্মগত শিল্পী। যি ভূমিকাতেই নেনামক লাগে নিপুণতাৰে সেই ভূমিকা ৰূপদান কৰে। আঁৰৰ সঙ্গীতত তেওঁৰ বেহেলাৰ মূৰ্ছনা থাকেই। শিৱসাগৰ নাট্যসমাজৰ ৰঙ্গমঞ্চত ফুনু বৰুৱাই শকুনি, গজপুৰীয়া, বাণ, নগা গাম, মিঙ্গি-মাহা, নাৰায়ণ আদি বিভিন্ন ভূমিকাত অৱতীৰ্ণ হৈ উৎকৃষ্ট অভিনয়ৰে মঞ্চ-জগতত উজ্জ্বলতাৰ চানেকি দাঙি ধৰিছিল। ফুনু বৰুৱাৰ ককায়েক প্ৰবীণ শিল্পী, প্ৰফুল্ল বৰুৱাইও কৰ্ণ, নীলাম্বৰ, কমলা, জয়মতী কুঁৱৰী, জুলেখা আদিৰ চৰিত্ৰ সফলতাৰে ৰূপায়িত কৰিছিল। গীত গাব লগা নাৰী চৰিত্ৰৰ ৰূপায়নত প্ৰফুল্ল বৰুৱাই দৰ্শকক মুহিব পাৰিছিল তেওঁৰ কণ্ঠৰ সুললিত গীতেৰে।

অকল শিৱসাগৰতেই নহয়—১৯৬৮ চনলৈকে প্ৰবীণ শিল্পী ফুনু বৰুৱাৰ ভাষাত কবলৈ গ'লে "অসমৰ বিভিন্ন নাট্যমঞ্চত যাত্ৰা আৰু ভাওনাতো অংশ গ্ৰহণ কৰিছিলোঁ"। তেওঁ জীৱিত কালত বহুতো ভ্ৰাম্যমান নাট্যগোষ্ঠীৰ পৃষ্ঠপোষক আৰু উপদেষ্টা আছিল। অসম নাট্য-সন্মিলনৰ কেইবা বছৰো সভাপতি হৈ এই অনুষ্ঠানৰো গুৰি ধৰিছিল। একালৰ শিৱসাগৰৰ উল্লেখ-যোগ্য অনুষ্ঠান জ্যোতি সঙ্ঘৰো তেওঁ সভাপতি হিচাপে কাৰ্য পৰিচালনা কৰিছিল।

চিনাকি যুৱকক "তই" বুলি অন্তৰৰ মৰম সানি পিঠিত ঢকাটো মাৰি মন খুলি নাটকীয় ভঙ্গীমাৰে কথা কোৱা, ল'ৰা, ডেকা, বুঢ়া সকলোৰে লগত সমানে মিলিব পৰা, অহঙ্কাৰশূন্য, প্ৰবীণ শিল্পী, অধ্যৱসায়ৰ কষ্টি পাথৰত ঘঁহি জীৱন গঢ়া জনপ্ৰিয় ফুনু বৰুৱা (পৰশুৰাম বৰুৱা) ইহ সংসাৰত কায়িক দেহাৰে নাই, স্মৃতি কিন্তু থাকিল—ফুল মৰহিলে সৌৰভ থাকিব…।



**শ্ৰীপ্ৰফুল্লকুমাৰ বৰুৱা**

## সান্নিধ্যৰ সোঁৱৰণ

৯ অক্টোবৰ, ১৯৮২ খ্ৰীষ্টাব্দ।

ফুনু বৰুৱা ঢুকাল। বাতৰিটো পাই নিক্ৰিয় হৈ পৰিলোঁ। কাগজে-পত্ৰই তেখেতৰ বিষয়ে এটি প্ৰবন্ধ মই লিখিব লাগিছিল, লিখিব নোৱাৰিলোঁ। কিয় নোৱাৰিলোঁ, ব্যাখ্যা কৰিব নোৱাৰোঁ। অথচ এখেতৰ সৈতে মোৰ এটা সম্পৰ্ক আছিল—অনুষ্ঠানৰ জৰিয়তে, ব্যক্তিগতভাৱেও।

ডেকা বয়সতে যেতিয়া শিৱসাগৰলৈ চাকৰি কৰিবলৈ আহিছিলোঁ তেতিয়াই ফুনু বৰুৱাক লগ পাইছিলোঁ—সুঠাম দেহৰ সৰবৰহী এজন মানুহ। তেতিয়া তেখেতৰ সৈতে ঘনিষ্ঠতা স্থাপন কৰিবলৈ সুবিধা পোৱা নাছিলোঁ। 'গদাপাণি'ৰ অভিনয় কৰা মানুহজনক শিৱসাগৰলৈ আহি দেখিবলৈ পাইছিলোঁ দূৰৈৰপৰা—সম্পৰ্ক সিমানেই। জয়মতী চিনেমাখন আমি সৰুতে চাইছিলোঁ। সৰুতে যিবোৰ বস্তু চাই ভাল লাগে চিনেমাখনৰ সেইবোৰ বস্তু চায়েই ভাল লাগিছিল—মনতো আছিল, যেনে গদাপাণি তামোলৰ গছত বগাই উঠা, চাৰিঙৰ মোহন ফুকন ধোঁৱাৰ-পৰা পৰা ইত্যাদি। বহুতদিন পিছত জয়সাগৰত অনুষ্ঠিত হোৱা 'জয়মতী' উৎসৱত উৎসৱৰ সম্পাদক অধ্যাপক শ্ৰীকনক বৰা আৰু বোলছবি-পৰিবেশক শ্ৰীঅজয় চলিহাই ছবিখন আনি দেখুৱাইছিল। তেতিয়াহে ছবিখন বুজিব পৰাকৈ চাইছিলোঁ। তালৈ অসমীয়া চিনেমাৰ প্ৰথম নায়ক, এটা ঐতিহাসিক চৰিত্ৰ গদাপাণিৰ ভাও ৰূপায়িত কৰা ফুনু বৰুৱা আৰু তেওঁলোকৰ পৰিয়ালৰ সকলো আহিছিল। ফুনু বৰুৱা তেতিয়া বয়সীয়া। উৎসৱত গোটখোৱা অগণন ৰাইজে দুয়োজন ফুনু বৰুৱাক চাবলৈ পাইছিল। ৰূপালী পৰ্দাত দেখা ডেকা ফুনু বৰুৱাক, ৰূপালী পৰ্দাৰ বাহিৰত বয়সীয়া ফুনু বৰুৱাক।

শিৱসাগৰৰ মঞ্চশিল্পীসকলৰ লগতে আমিও থিয়েটাৰ কৰিবলৈ

লৈছিলোঁ। আমাৰ থিয়েটাৰ চাবলৈ ফুনু বৰুৱা আহিছিল। কেতিয়াবা আকৌ আখৰা চাবলৈকো আহিছিল। দিহা-পৰামৰ্শ দিছিল। অভিনয় চাইও আমাৰ খুটি-নাটি ভুলবোৰ আঙুলিয়াই দিছিল। তেওঁ আছিল অভিজ্ঞ অভিনেতা—চলচিত্ৰৰ আৰু মঞ্চৰ। চাই যাওঁতেই ভুলবোৰ, ভালবোৰ চকুত পৰি গৈছিল। তেখেতৰ সহধৰ্মিণীয়েও আমাক উৎসাহ দিছিল। ভাল লাগিছিল। ফুনু বৰুৱাৰ মঞ্চৰ অভিনয় আমি দেখা নাই। কিন্তু তেখেত যে এগৰাকী যশস্বী অভিনেতা আছিল সেইকথা বুজিব পাৰিছিলোঁ। এবাৰ শিৱসাগৰত মঞ্চস্থ কৰা দুখন নাটক চাবলৈ সুবিধা পাইছিলোঁ। সেই দুখন নাটকত আগতে সেই কেইটা ভাওত ফুনু বৰুৱাইও অভিনয় কৰিছিল। নাট্যমন্দিৰৰ ভিতৰে বাহিৰে প্ৰায় সকলোৱেই কৈছিল 'ফুনু ককাইদেউলৈ' মনত পৰাৰ কথা। 'ফিল্ম ইণ্ডিয়া' নামৰ এখন বৰ ভাল বোলছবি-আলোচনী আছিল। সম্পাদক আছিল বাবুৰাও পেটেল। তেখেতক এবাৰ এজন প্ৰশ্নকাৰে প্ৰশ্ন কৰিছিল—"বৰ্তমান চামৰ বোলছবি অভিনেতাসকল যেতিয়া নোহোৱা হ'ব আৰু নতুন চাম অভিনেতা-অভিনেত্ৰী ওলাব তেতিয়া কি হ'ব?" সম্পাদক পেটেলে উত্তৰ দিছিল—"পুৰণিসকলৰ কথা আমাক বেছিকৈ মনত পেলাই দিব।" ফুনু বৰুৱাৰ ক্ষেত্ৰতো সেইটো হৈছিল। সকলোৱে তেওঁলৈ মনত পৰিছিল। আমাৰ কিছুমান বৰ ডাঙৰ দোষ আছে। তাৰে এটা হ'ল আমি আমাৰ প্ৰতিভাসম্পন্ন লোকসকলক ডাঙৰ কৰিব নাজানো। অস্তিত্ব বজাই ৰাখিবলৈ হ'লে আমি সেইটোও কৰিবলৈ জানিব লাগিব। আমি ভাবোঁ ফণী শৰ্মা, বিষ্ণু ৰাভা, ফুনু বৰুৱা আদিৰ অভিনয় সম্পৰ্কে বিজ্ঞান-সন্মত আলোচনা হ'ব লাগে। প্ৰথম চিনেমাৰ অভিনয় হিচাপে গদাপাণিৰ চৰিত্ৰটো তেখেতে কেনেদৰে অভিনয় কৰিলে সেই বিষয়েও আলোচনা হ'ব লাগে। কাৰণ এটা কথা মনত ৰাখিব লাগিব যে জ্যোতিপ্ৰসাদ আগৰৱালাই আছিল একমাত্ৰ অসমীয়া চিনেমা পৰিচালক যি চিনেমা টেক্‌নিকেৰে প্ৰথম 'জয়মতী' চিনেমাখন নিৰ্মাণ কৰিছিল। এতিয়া পদুম বৰুৱাই কৰিছে। চিনেমা টেক্‌নিক্‌নো কেনেধৰণৰ সেই কথা আমাক বুজাবলৈ পদুম বৰুৱাই বহুত প্ৰবন্ধ-পাতিও লিখিছে। গতিকে প্ৰথম চিনেমাত নামিয়েই চিনেমাৰ অভিনয় কৌশল আয়ত্ত কৰি লৈ অভিনয়



কৰাটো সহজ কথা নাছিল। ফুনু বৰুৱাই পাৰিছিল; কাৰণ তেখেত আছিল প্ৰতিভাবান অভিনেতা।

ফুনু বৰুৱাক ঘনিষ্ঠভাৱে লগ পোৱাৰ সুবিধা পাইছিলোঁ অসম নাট্য সন্মিলনৰ জৰিয়তে। অসম নাট্য সন্মিলনখন প্ৰথমে সদৌ অসম একাঙ্ক নাট সন্মিলন আছিল। ফুনু বৰুৱা প্ৰথমে এই অনুষ্ঠানৰ কোষাধ্যক্ষ আৰু পিছলৈ সভাপতি হৈছিল। মই আছিলোঁ সাধাৰণ সম্পাদক। তেতিয়া এই অনুষ্ঠানটো, সাহিত্যসভাৰ পিছতেই আঙুলিয়াই দিব পৰা অনুষ্ঠান আছিল। অৰুণাচলৰ খুনচাৰপৰা বঙাইগাঁৱলৈকে এই অনুষ্ঠানৰ শাখা আছিল। এনে এটা ডাঙৰ অনুষ্ঠান, অন্যান্য কামৰ মাজতে, চলোৱাটো টান কাম। গতিকে স্বাভাৱিকতে ভুল-ত্ৰুটী হৈছিল আৰু প্ৰতিনিধি সভাত সভ্যসকলৰ চোকা সমালোচনাৰ সন্মুখীন হ'ব লগীয়া হৈছিল। কিন্তু সভাপতিৰ আসনৰপৰা ফুনু বৰুৱাই সভাখন নিয়াৰিকৈ পৰিচালনা কৰি নিছিল, আৰু উত্তৰ হোৱা বাক্‌বিতণ্ডাবোৰ কৌশলপূৰ্ণভাৱে সমাধান কৰি পেলাইছিল। সভা এখন নিয়াৰিকৈ পৰিচালনা কৰিবলৈ সভাপতি গৰাকীৰ দক্ষতাৰ প্ৰয়োজন হয়। সেই দক্ষতা ফুনু বৰুৱাৰ আছিল। অসম নাট্য সন্মিলনৰ জৰিয়তে ভালেকেইবছৰমান আমি একেলগে কাম কৰি আছিলোঁ; ইঠাই-সিঠাইলৈ মেলমিটিঙলৈ গৈছিলোঁ। ফুনু বৰুৱাৰ লগত কেনিবা যাবলৈ বৰ ভাল। গোটেই পথছোৱা ধেমেলীয়া কথা কৈ, যোৱাৰ কষ্টখিনি তেখেতে পাহৰাই নিয়ে। তেওঁ অতি সহজেই সকলোৰে সৈতে তেওঁ মিলি যাব পাৰিছিল। তেওঁৰ ক্ষেত্ৰত আৰু এটা কথা মন কৰিছিলোঁ। য'লৈকে গৈছিলোঁ তাতে দেখিছিলোঁ তেখেতসকলৰ চামৰ ব্যক্তিসকলৰ সৈতে তেওঁৰ আত্মীয় সম্পৰ্ক আছিল। আগৰ চাম মানুহৰপৰা এইটো কথা আমাৰ শিকিবলগীয়া আছে।

সুদক্ষ অভিনেতা, শিল্পী আদি কথাখিনি মনত ৰাখি ফুনু বৰুৱাক ভাল পাইছিলোঁ এজন মানুহ হিচাপে। আমাৰ লগত তেখেতৰ ব্যৱধান বহুত—বয়সৰ ফালৰপৰা, সম্পদ আৰু সমৃদ্ধিৰ ফালৰপৰা। তথাপি তেখেতক আমি সহজেই লগ পাব পাৰিছিলোঁ। মই আৰু বেণু চিৰিং নাট্যসন্মিলনৰ কামত তেখেতৰ তালৈ প্ৰায়েই যাবলগীয়া হৈছিল। তেখেতে আমাৰ লগত অতি আন্তৰিকতাৰে কথা পাতিছিল। সেই কাৰণেই তেখেতক ভাল লাগিছিল।

ফুনু বৰুৱাৰ মৃত্যু এটা ৰূঢ় সত্য। তথাপি ফুনু বৰুৱাৰ মৃত্যু হ'ল যেন লগা নাই। তেখেতক আমি এতিয়া গৈ লগ পাবগৈ নোৱাৰোঁ—তেখেত ক'ত আছে নাজানো। কিন্তু তথাপি তেওঁ আমাৰ মনত আছে। বগলী পাখি যেন বগা ধুতি-পঞ্জাৱী আৰু চিক্‌চিকাই থকা পাম্পচু জোৰ পিন্ধি তেওঁ যেন এতিয়াও মেলাচকৰৰ ঘৰতে আছে তেনেকুৱা যেন লাগে। ফুনু বৰুৱাৰ লগত একেলগে কেইবাদিনো আছিলোঁ অসম নাট্য সন্মিলনৰ নামৰূপ অধিবেশনত। সেইয়াই শেষবাৰৰ কাৰণে তেখেতক ভালকৈ লগ পোৱা। নাট্যসন্মিলনৰ সেতে অনুষ্ঠিত হোৱা সম্বৰ্ধনা সভাত বহু বছৰৰ পিছত "জয়মতী কথাছবিৰ" আটাই কেউগৰাকী শিল্পী একেলগ হৈছিল—ৰাজমাও মোহিনী ৰাজকুমাৰী, জয়মতী আইদেউ সন্দিকৈ আৰু গদাপাণি ফুনু বৰুৱা। কি যে এটা অপূৰ্ব মুহূৰ্ত—দৰ্শকৰ কাৰো মুখত মাত নাই, এটা গভীৰ মৌনতা, আইদেউ সন্দিকৈৰ চকুত চকুলো, মোহিনী ৰাজকুমাৰী, ফুনু বৰুৱা নিৰ্বাক নিস্পন্দ। এটা গধুৰ মন লৈ বহি আছিলোঁ—মনলৈ আহিছিল আমাৰ শিল্পীসকলৰ অনিশ্চিত জীৱনৰ কথা।

তাৰ পিছৰপৰা ফুনু বৰুৱাক ভালকৈ আৰু লগ পোৱা নাই। কেৱল খবৰ পাই থাকোঁ ভালে আছে—কেতিয়াবা খবৰ পাওঁ নহয়, ভাল নহয়—বাহিৰলৈ গৈছে চিকিৎসাৰ কাৰণে—বহুত দিনৰ মূৰত খবৰ পালোঁ উলটি আহিল—এতিয়া ঘৰতে আছে। অলপ সময়ৰ কাৰণে শেষবাৰৰ কাৰণে ফুনু বৰুৱাক লগ পালোঁ বিষ্ণুৰাভা দিৱসৰ এখন সভাত। তেখেতো এগৰাকী নিৰ্দিষ্ট বক্তা আছিল। পিছে বৰ বেছি সময় তেখেতে কথা কব নোৱাৰিলে। ডিঙিত ধৰে বোলে। তাৰ পিছত আঞ্চলিক বাতৰিত শেষ খবৰটো পালোঁ যিটো গোটেই অসমবাসীৰ কাৰণে অতি বেদনাদায়ক। ফুনু বৰুৱাৰ মৃত্যু হ'ল। কিন্তু ফুনু বৰুৱাৰ মৃত্যু হ'ল জানো? জীয়াই থাকিও মানুহ মৰি থাকে, মৰিও মানুহ জীয়াই থাকে। ইতিহাসৰ গদাপাণিৰ কোনো কাহানিও মৃত্যু নহয়। বোলছবিৰ ফুনু বৰুৱাৰো কেতিয়াও মৃত্যু নহয়। কাৰণ জন-মানসত তেওঁ পৰশুৰাম বৰুৱা নাছিল। আছিল ফুনু বৰুৱা। কিন্তু তাৰো আগতে তেওঁৰ চিনাকি আছিল 'এইয়া গদাপাণি……'।



শ্ৰীযোগেন চেতিয়া

## ফুনু বৰুৱাৰ অভিনয়-দক্ষতা

পৰশুৰাম বৰুৱাদেৱৰ ( ফুনু বৰুৱা ) মৃত্যুৰ এবছৰৰ আগতে জয়সাগৰৰ জয়দৌলৰ প্ৰাঙ্গণত অনুষ্ঠিত হোৱা জয়মতী উৎসৱত ৰাতিলৈ ভূপেন হাজৰিকাৰ দ্বাৰা যুগুত কৰা জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'জয়মতী' কথাছবি প্ৰদৰ্শনে এক তাৎপৰ্য দান কৰিছিল। কাৰণ বৰুৱাদেৱ এই কথাছবিৰ গদাপাণি, স্থান—জয়মতীৰ শেষ নিশ্বাস ত্যাগ কৰা পূণ্যভূমি—জয়সাগৰ। তদুপৰি সেইদিনা সতী গৰাকীৰ পূণ্যতিথি। চিপচিপীয়া বৰষুণে কিছু ব্যাঘাত ঘটালেও দৰ্শকে জয়মতী কথাছবি উপভোগ কৰিছিল অসমীয়া কথাছবিৰ প্ৰথম নায়কজনক তেওঁলোকৰ মাজত লৈ। গদাপাণিৰূপী চফল ডেকা ফুনু বৰুৱা—আজিৰ দৰ্শকৰ মাজত বহি থকা ফুনু বৰুৱাৰ মাজৰ পাৰ্থক্য কিজানি দুকুৰি বছৰৰ বেছি। দুকুৰি বছৰৰ মাজত অলেখ পৰিৱৰ্তন হ'ল; অভিনয় কলাৰ জগতখন বহু ধুমুহাই ওলট-পালট কৰি থৈ গ'ল। কিন্তু ফুনু বৰুৱা অসমীয়া জনমানসত গদাপাণি হৈয়ে থাকিল।

এই শতিকাৰ প্ৰথম আৰু দ্বিতীয় দশকত অসমৰ সৰহভাগ ৰঙ্গমঞ্চ স্থাপিত হৈছিল। অসমীয়া ৰঙ্গমঞ্চৰ স্থাপনৰ লগে লগে অসমীয়া ৰীতিৰ অভিনয়ৰ কাৰণে দেশ জুৰি এটা আন্দোলনে গা কৰি উঠিছিল। বৰপেটাত অম্বিকাগিৰী ৰায়চৌধুৰী, তেজপুৰত জ্যোতিপ্ৰসাদ আগৰৱালা, শিৱসাগৰত পাৰ্তিপ্ৰসাদ বৰুৱা আদিয়ে স্থানীয় ৰঙ্গমঞ্চৰ অভিনয়ৰ যোগেদি বিজতৰীয়া অভিনয়পদ্ধতি পৰিহাৰ কৰি অসমীয়া জতুৱা কথন-ভঙ্গীৰ ওপৰত প্ৰতিষ্ঠিত অভিনয়-ৰীতি প্ৰচলন কৰিবলৈ দেহে-কেহে যত্ন কৰিছিল। ইয়াৰ লগে-লগে অসমীয়া জতুৱা সুৰৰ গীত সৰবৰহী কৰি তুলিবৰ কাৰণেও ঐকান্তিক চেষ্টা চলোৱা হৈছিল। জ্যোতিপ্ৰসাদ আগৰৱালাই 'জয়মতী' কথাছবি নিৰ্মাণ কৰাৰ বেলিকা অসমীয়া ৰীতিৰ অভিনয়ৰ সাৰ্থক প্ৰবৰ্তনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। গতিকে চলিত ভাৰতীয় থিয়েটাৰী ঢঙৰ অভিনয়-ৰীতিৰপৰা এটা

নিৰাপদ ব্যৱধানত থাকি আগৰৱালাদেৱে কথাছবিখনি ইংৰাজী আৰু ৰুছীয় কথাছবিৰ আৰ্হিৰে পৰিচালনা কৰিবলৈ বদ্ধপৰিকৰ হৈছিল "'জয়মতীত'ৰ অভিনয়ভঙ্গী স্বাভাৱিক আৰু তাৰ উপৰিও অসমীয়া কথা কোৱাৰ বিশিষ্ট ভঙ্গী, অসমীয়া মাত-কথাৰ বিশেষ ঠাঁচ ইত্যাদিলৈ ইয়াত অতি সূক্ষ্মভাৱে মন দিয়া হৈছে।" ৰূপকথাৰ নায়কস্বৰূপ—গদাপাণিৰ চৰিত্ৰটো ৰূপায়ণ কৰিবলৈ জ্যোতিপ্ৰসাদে অসমৰ ইমূৰৰপৰা সিমূৰলৈ শিল্পী বিচাৰি শেহতীয়াভাৱে নাট্যকাৰ প্ৰভাত শৰ্মাদেৱক ( এতিয়া স্বৰ্গীয় ) নিৰ্বাচন কৰিছিল। কিন্তু সৰ্বশেষত ফুনু বৰুৱাৰ কলাফুল শৰ্মাদেৱতকৈ শকত দেখি গদাপাণিৰ চৰিত্ৰ ৰূপায়ণৰ কাৰণে বাছি লোৱা হ'ল। ফুনু বৰুৱাই ইতিমধ্যে বাণ ৰঙ্গমঞ্চ আৰু শিৱসাগৰৰ ৰঙ্গমঞ্চত নিজৰ অভিনয়-প্ৰতিভা প্ৰকাশ কৰি জনসাধাৰণৰ দৃষ্টিগোচৰ হ'বলৈ সক্ষম হৈছিল। দৈহিক অৱয়ৱ আৰু শক্তিৰ বাহিৰেও গদাপাণিৰ চৰিত্ৰ সাৰ্থকভাৱে ৰূপদান কৰিবলৈ ফুনু বৰুৱাৰ অভিনয়-দক্ষতা জ্যোতিপ্ৰসাদে সততে লক্ষ্য কৰিছিল। কাৰণ দুয়োজন আছিল অন্তৰঙ্গ বন্ধু। কলিকতাত পঢ়িথকা কালছোৱাত থিয়েটাৰ, বায়স্কোপ উপভোগ কৰি দুয়োজনে অসমীয়া বায়স্কোপ কৰাৰ নানা আঁচনি কৰিছিল। গতিকে বৰুৱাদেৱৰ শিল্পীসত্তা জ্যোতিপ্ৰসাদে গভীৰভাৱে উপলব্ধি কৰাৰ সুযোগ পাইছিল। 'জয়মতী' কথাছবিখনিত গদাপাণিক বাক্যবীৰ কৰি তৰ্জন-গৰ্জনেৰে উত্তপ্ত পৰিৱেশ সৃষ্টি কৰিবলৈ পৰিচালকে ইচ্ছা কৰা নাই। তেনেদৰে জয়মতীৰ চৰিত্ৰটোও ধৈৰ্যশীলা, অল্পভাষিণী অসমীয়া সম্ভ্ৰান্ত বোৱাৰীৰ আৰ্হিত গঢ় দিয়া হৈছে। কথাছবিখনত গদাপাণিৰ মুখত সংলাপ ক'ম—কিন্তু তেওঁৰ অন্তৰ্দ্বন্দ্ব, সাহ, বীৰত্ব, ব্যক্তিত্ব চমকপ্ৰদভাৱে প্ৰকাশিত হৈছে। খুব স্বাভাৱিক আৰু বাস্তৱ ৰূপত গদাপাণিৰ চৰিত্ৰ ৰূপায়ণ কৰি ফুনু বৰুৱাদেৱে জ্যোতিপ্ৰসাদৰ পৰিকল্পিত অভিনয়-ৰীতিৰ সফলতা দান কৰিবলৈ সক্ষম হৈছিল। জেৰেঙা পথাৰত জয়মতীক শাস্তি দি থাকোঁতে গাঁৱৰ এগৰাকী বুঢ়ী মানুহে সেই দৃশ্য সঁচা বুলি ভাবি এজনী মানুহক তেনেদৰে অত্যাচাৰ কৰা দেখি লাখুটি দাঙি মাৰিবলৈ খেদি আহিছিল। এই আকস্মিক দৃশ্যটো কেমেৰাত ধৰি ৰখা হ'ল আৰু সি মূল দৃশ্যৰ এক অপৰিহাৰ্য অঙ্গ হৈ পৰিল। এনে বাস্তৱধৰ্মী দৃষ্টিভঙ্গীৰে কথাছবিখনৰ পৰিপূৰ্ণতা দান কৰা হৈছিল। 'জয়মতী' কথাছবিৰ এই দিশটোৰ কথা



সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে ভূয়সী প্ৰশংসা কৰিছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে কলাধৰ্মী কথাছবি নিৰ্মাণ কৰাৰ দুঃসাহস ভাৰতীয় কথাছবিৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদেই প্ৰথমতে কৰিছিল বুলি স্বীকাৰ কৰিব লাগিব। ১৯৫৫ চনত সত্যজিৎ ৰায়ে 'পথেৰ পাঁচালী' কথাছবিৰ জৰিয়তে কলাধৰ্মী কথাছবিৰ চৰম সাৰ্থকতা দান কৰিবলৈ সক্ষম হৈছিল। জ্যোতিপ্ৰসাদৰ নিপুণ পৰিচালনাত ফুনু বৰুৱাই জয়মতী কথাছবিত বাস্তৱানুগত চলচ্চিত্ৰধৰ্মী অভিনয় কৰি এক আদৰ্শ ৰাখি থৈ গৈছে।

বৰুৱাদেৱৰ মঞ্চাভিনয়ৰ কাহিনী দীঘলীয়া আৰু বৰ্ণাঢ্য। মঞ্চৰ নাটকৰ নায়কৰপৰা প্ৰথম অসমীয়া কথাছবিৰ নায়ক হোৱাটো অসমৰ কলাজগতৰ বাবে নিশ্চয় এক অভিলেখ। এনে সৌভাগ্য আৰু অভিলেখ অসমৰ খুব কম অভিনেতাৰহে আছে। লঘু আৰু গুৰু গম্ভীৰ দুয়োশ্ৰেণীৰ চৰিত্ৰ ৰূপায়ণত বৰুৱাদেৱ অপ্ৰতিদ্বন্দ্বী আছিল। ১৯২৯ চনত শিৱসাগৰৰ ৰঙ্গমঞ্চত অভিনীত হোৱা "শকুনিৰ প্ৰতিশোধ" নাটকত শকুনি; তাৰ পিছত "ৰক্ষকুমাৰ" নাটকত ৰাৱণ, ১৯৩৬ চনত অভিনীত হোৱা "মনোমতী"ত মিঙিমাহা তিলোৱা চৰিত্ৰত অৱতীৰ্ণ হৈ 'শকুনি'ৰ চৰিত্ৰৰ কূটিলতা 'ৰাৱণ'ৰ গাম্ভীৰ্য আৰু 'মিঙিমাহা' চৰিত্ৰৰ নিষ্ঠুৰতা অন্তৰস্পৰ্শীকৈ প্ৰকাশ কৰিছিল বুলি সেই নাটক দেখোঁতাসকলে আজিও স্বীকাৰ কৰে। ১৯৪০/৪১ চনত চক্ৰধ্বজ সিংহ নাটকত গজপুৰীয়া চৰিত্ৰটি ৰূপায়ণ কৰাৰ সম্পৰ্কে পাৰ্ৰ্তি-প্ৰসাদ বৰুৱাদেৱে লিখিছিল, "গজপুৰীয়াৰ ভাৱত ফুনু বৰুৱাৰ মুখত বেজবৰুৱাৰ খুহুটীয়া ভাষাই দৰ্শকৰ পেটৰ নাড়ী ছিঙিছিল।" তেনেদৰে ১৯৪৯ চনত শিৱসাগৰ ৰঙ্গমঞ্চত মঞ্চস্থ হোৱা "পিয়লি ফুকন" নাটকত "গহীন-খুহুটীয়া সংমিশ্ৰিত চৰিত্ৰ নাৰায়ণৰ ভাও দি ফুনু বৰুৱা হাঁহি ব্যঙ্গৰ আৰু স্বামী আনুগত্যৰ কি চমকপ্ৰদ প্ৰকাশ" বুলি প্ৰবীণ শিল্পী-সাহিত্যিক পৰাগ চলিহাদেৱে মন্তব্য কৰিছিল। ১৯৫৮ চনত শিৱসাগৰৰ ঘূৰণ ৰঙ্গমঞ্চৰ "সেই বাটেদি" ( তেজমঙহ ) নাটকত 'বনমালী'ৰ চৰিত্ৰ ৰূপায়ণ কৰি বৰুৱাদেৱে আকৌ প্ৰতিপন্ন কৰিছিল এনে ধেমেলীয়া অভিনয়ত তেওঁৰ দক্ষতা কিমান বেছি। ধেমেলীয়া চৰিত্ৰৰ অভিনয়ত বহু অভিনেতাই low comic অৰ্থাৎ বহুৱালি কৰি হাস্যৰস সৃষ্টি কৰিবলৈ যত্ন কৰে। কিন্তু ফুনু

বৰুৱাই হাস্যৰসাত্মক চৰিত্ৰ গুৰু গম্ভীৰ ৰূপত উপস্থাপন কৰি হাস্যৰস সৃষ্টি কৰি তেনে চৰিত্ৰৰ বৈচিত্ৰ্য প্ৰকাশ কৰিছিল। নটসূৰ্য ফণী শৰ্মাৰ "চিৰাজ" নাটকখন নাট্যকাৰৰ পৰিচালনাত শিৱসাগৰ নাট্যমঞ্চত ১৯৬৬।৬৭ চনত অভিনীত হৈছিল। ফণী শৰ্মাৰ বাহিৰেও বিষ্ণুৰাভা, ফুনু বৰুৱা আদিয়ে এই নাটকত অভিনয় কৰিছিল। ফুনু বৰুৱাই বীৰেশ্বৰৰ ভাবত অৱতীৰ্ণ হৈ—চাহ বাগিচাৰ মালিকৰ গাম্ভীৰ্য আৰু আভিজাত্য অতি সুন্দৰভাৱে ফুটাই তুলিছিল। সেই নাটকত অংশ গ্ৰহণ কৰা এজন ভাৱৰীয়া হিচাপে মই তেখেতৰ অভিনয় নৈপুণ্য বিশেষভাৱে লক্ষ্য কৰিছিলোঁ। অভিনয়ৰ বিশেষত্ব সম্পৰ্কে কবলৈ গ'লে কব লাগিব যে চৰম নাট্যমুহূৰ্তটোৰেই কেৱল নহয়, সুৰু-সুৰা সকলো পৰিস্থিতি নিখুঁতকৈ আৰু নিষ্ঠাসহ পৰিস্ফুট কৰি তোলাৰ ওপৰত বৰুৱাদেৱে গুৰুত্ব দিছিল। চাল-চলন, ভাৱ-ভঙ্গী প্ৰকাশত তেখেত অতি মিতব্যয়ী আছিল আৰু প্ৰত্যেকটো শব্দ ভাৱ-অনুভূতিৰ উত্তাপ দি প্ৰকাশ কৰাত গুৰুত্ব দিছিল। বৰুৱাদেৱৰ অভিনয়ৰ এই বিশেষত্বই শতিকাৰ প্ৰথমাৰ্ধৰ অভিনয়ৰ লগত দ্বিতীয়াৰ্ধৰ দ্ৰুত পৰিৱৰ্তনশীল অভিনয়ৰীতিৰ লগত সমন্বয় ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। সেই কাৰণেই ফুনু বৰুৱা কথাছবি আৰু মঞ্চৰ আজীৱন নায়কপ্ৰতীম পুৰুষৰূপে অধিষ্ঠিত হৈ থাকিল।

সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ পুত্ৰ ফুনু বৰুৱাই তেখেতৰ অগ্ৰজ প্ৰবীণ শিল্পী শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাৰ সৈতে ল'ৰালি কালত দৰিদ্ৰতাৰ মাজেদি জীৱন নিৰ্বাহ কৰিব লগীয়া হৈছিল। ল'ৰালি কালৰ এই আৰ্থিক দৈন্যই চাৰিওফালৰ সমাজ আৰু জনসাধাৰণক গভীৰভাৱে উপলব্ধি কৰিবলৈ সুযোগ দিছিল; আৰু কঠোৰ সংযম, বিনয় আৰু গভীৰ আত্ম-প্ৰত্যয়েৰে নিজৰ ব্যক্তিত্বৰ মোহনীয় ৰূপ দিবলৈ প্ৰেৰণা যোগাইছিল। পিতৃৰপৰা ৰুচি, শিল্প-বোধ আৰু নান্দনিক আদৰ্শই দুয়োজন ককাইভাইক অসমীয়া কলা-সংস্কৃতিৰ ক্ষেত্ৰত বৰণীয় ব্যক্তিৰূপে প্ৰতিষ্ঠা কৰিছিল। ফুনু বৰুৱাক নাট্যকলাৰ শিল্পীৰূপে মূল্যায়ন কৰোঁতে বৰুৱাদেৱৰ এই শক্তিশালী ব্যক্তিত্বৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। ব্যক্তিত্ব আৰু শিল্পসত্তাৰ মণি-কাঞ্চনৰ মিলন ঘটোৱাত সাৰ্থকতা লাভ কৰিব পাৰিছিল কাৰণেই ফুনু বৰুৱাদেৱে পুৰণি চাম আৰু নতুন চাম অভিনেতাৰ মাজত শৈল-সেতু নিৰ্মাণ কৰিবলৈ সক্ষম হৈছিল।



ফুনু বৰুৱাদেৱ নিজস্ব কোনো অভিনয় ৰীতিৰ প্ৰবৰ্তক নহ'লেও তেওঁ আছিল জ্যোতিপ্ৰসাদৰ অভিপ্সিত অভিনয়-পদ্ধতিৰ সুযোগ্য প্ৰয়োগ-কৰ্তা আৰু প্ৰবক্তা। সেই সূত্ৰেই তেখেত বহুতো অভিনয় শিল্পীৰ গুৰুস্বৰূপ। বিশেষকৈ তৰুণ চাম শিল্পীয়ে তেখেতক সদায় শ্ৰদ্ধাৰে স্মৰণ কৰে। বিজতৰীয়া অভিনয়-পদ্ধতি দূৰীকৰণ কৰি অসমীয়া ৰীতিৰ প্ৰবৰ্তন ঘটাই, অসমীয়া অভিনয়-শিল্পৰ স্বকীয় মৰ্যাদা ঘূৰাই অনাৰ বাবে যিসকলে আত্মোৎসৰ্গ কৰি গ'ল, ফুনু বৰুৱা সেইসকলৰ ভিতৰত অগ্ৰগণ্য।

শ্ৰীমতী নীতি বৰুৱা

## চিৰ সেউজীয়া অভিনেতা
## ফুনু বৰুৱা

"লুইতৰে পানী যাবি অ' বৈ"—লাহে লাহে, ধীৰে সন্তৰ্পণে কাণত যেন গীতৰ কলিটোৱে সুৰৰ কঁপনি তুলিছে। ৰূপোৱালী লুইতৰ পানী অবিৰাম গতিৰে কোন দিকচৌলৈ বৈ গৈছে, লুইতত দুয়ো পাৰে কত জীৱন-নাটৰ আৰম্ভ হৈছে—অৱসান ঘটিছে; কতজনে জীৱনৰ ৰঙ্গমঞ্চত প্ৰবেশ কৰি কত ভাও লৈ এটা মুহূৰ্তত প্ৰস্থান কৰিছে! হয়তো বিচিত্ৰ এই জীৱন-নাটৰ বহু সোঁৱৰণীৰ একোখিনি ৰংলৈ লুইত আজিও বয়। এটি বিশেষ জীৱনৰ অৱদানৰ স্মৃতিৰে কৰুণ এই মুহূৰ্তটোত বাৰে বাৰে আজি মৰ্ম স্পৰ্শ কৰি বাজি থকা সুৰটিৰ লগত জড়িত আছে অসমৰ বহু গুণীজন। তাত এটি নাম—ফুনু বৰুৱা। সকলোৰে পৰিচিত মৰমৰ নাম। আচল নাম পৰশুৰাম বৰুৱা। প্ৰথম অসমীয়া বোলছবিৰ নায়ক লাঙি গদাপাণি। নামটোৱে মনৰ পটত আঁকি দিয়ে ওখ-পাখ, হৃষ্ট-পুষ্ট শৰীৰেৰে হাঁহি মুখীয়া, ধেমালিৰে সকলোৰে লগত সহজ সম্বন্ধ নিমিষতে পাতিব পৰা এজন সলসলীয়া মৰমিয়াল সুপুৰুষৰ ছবি। 'ল'ৰালিৰপৰা পোৱা এই গৰাকী ব্যক্তিৰ সান্নিধ্যত সোঁৱৰণীয়ে আজি মোৰ মনতো আৰু বহুজনৰ দৰে বহু অনুভূতিৰ জোৱাৰ তুলিছে। বোলছবি-জগত আৰু মঞ্চ-জগতত তেওঁৰ অৱদান অসমবাসীৰ বাবে সুপৰিচিত। উত্তৰ পুৰুষে অসমৰ কথাছবিৰ ইতিহাসত, অসমৰ নাট্য-বুৰঞ্জীত ফুনু বৰুৱাৰ প্ৰতিভাই ৰাখি থৈ যোৱা স্বাক্ষৰ সযতনে অধ্যয়ন কৰিব পাৰিব। ১৯৩৩ চনত নানা আহুকাল, বিপৰ্যয়ৰ মাজেদি অহোপুৰুষাৰ্থ কৰি জ্যোতিপ্ৰসাদে 'চিত্ৰবন' প্ৰতিষ্ঠা কৰি প্ৰথম অসমীয়া কথাছবি 'জয়মতী' প্ৰযোজনা পৰিচালনা কৰি উলিয়ালে। জ্যোতিপ্ৰসাদৰ অন্যতম সুহৃদ ফুনু বৰুৱাই "জয়মতী"ত গদাপাণিৰ চৰিত্ৰ ৰূপায়ণ কৰিলে। সেই সময়ত আৰু তাৰো বহুদিনৰ আগৰেপৰা জ্যোতি-



প্ৰসাদৰ লগত তেওঁৰ আন্তৰিক সহৃদয়তাৰ কথা, সেই সময়ত তেওঁলোকৰ সৰু পৰিয়ালটি "জয়মতী" কথাছবিৰ লগত কেনেভাৱে জড়িত আছিল সেই কথা, ককাইদেৱেক শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাই বৰ গোহাঁঞিৰ ভাও আৰু মাতৃহাৰা পুত্ৰসম দুটি ভতিজাকে লাই-লেচাইৰ ভাও লোৱাকে ধৰি নানা কথা সময়ে সময়ে আমাক কৈছিল। "জয়মতী"ৰ পাছত ফুনু বৰুৱাই অন্য বোলছবিত নিজে অৱতীৰ্ণ হোৱা নাছিল যদিও, অসমীয়া কথাছবিৰ ক্ৰম-বিকাশ, ইয়াৰ নানা দিশৰ পুংখানুপুংখ খা-খবৰৰ প্ৰতি, অভিনেতা-অভিনেত্ৰীসকলৰ অভিনয়ৰ মানদণ্ড আৰু সাংস্কৃতিক দিশটোৰ প্ৰতি তেখেত সদায় সচেতন আছিল আৰু এনেবোৰ বিষয়ৰ গঠনমূলক আলোচনা কৰি ভাল পাইছিল। সংগীতত ওজা লক্ষ্মীৰাম বৰুৱাই তেখেতৰ সঙ্গীত-সাধনাত সিদ্ধি লাভ কৰাৰ বহু আগতেই নিয়তিৰ নিৰ্দেশত এই ধৰাধাম ত্যাগ কৰাত তেতিয়াও নাবালক তেখেতৰ পাঁচোটি ল'ৰা-ছোৱালীয়ে নানা বিপৰ্যয়ৰ মাজত পৰিও নিজগুণে কি দৰে আকৌ ঠন ধৰি উঠিল, সেয়া এক অন্য কাহিনী। ১৯০১ চনত জন্মগ্ৰহণ কৰা ফুনু বৰুৱা আছিল পিতৃ লক্ষ্মীৰাম বৰুৱা আৰু মাতৃ জাহ্নৱীৰ কনিষ্ঠ পুত্ৰ। ল'ৰালিৰপৰা নানা দুখৰ বোজা বহন কৰি আহি দুয়ো ভ্ৰাতৃয়ে পাৰস্পৰিক সহযোগত শিৱসাগৰত সাংসাৰিক জীৱনত লগতে সাংস্কৃতিক জীৱনকো এক দৃঢ় ভেটিত থাপিলে।

১৯২৮ চনৰেপৰা বৰুৱা শিৱসাগৰ নাট্যসমাজ, ৰঙ্গমঞ্চ, তথা সাংস্কৃতিক জীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। দৰাচলতে কবলৈ গ'লে কুৰিৰ দশকৰ শেহ ভাগৰপৰা পঞ্চাছৰ দশকলৈ শিৱসাগৰৰ নাট্য-জগতৰ লগতে অসমৰ মঞ্চ-বুৰঞ্জীত "ফুনু বৰুৱা" এটি অবিস্মৰণীয় নাম, এটি উজ্জ্বল তাৰকা। ১৯২৯ চনৰেপৰা তেওঁ বহু নাটৰ বিভিন্ন ভূমিকাত অভিনয় কৰে। গনেশ গগৈৰ "শকুনিৰ প্ৰতিশোধ" নাটকত 'শকুনিৰ' ভূমিকাত আৰু কমলানন্দ ভট্টাচাৰ্যৰ "মৰাণ জীয়ৰী" নাটকত ৰজাঘৰীয়া লওৱা এজনৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত" পুথিত অন্য এজন প্ৰথিতযশা নাট্য-শিল্পী সহজানন্দ ভঁৰালীয়ে ফুনু বৰুৱাক খ্যাতিমন্ত অভিনেতা বুলি বৰ্ণনা কৰিছে। চক্ৰান্তকাৰী, কুটনীতিজ্ঞ শকুনিৰ দ্বাৰা পৰিচালিত পাশাখেলত শকুনিৰ চৰিত্ৰ সুন্দৰকৈ তেখেতে প্ৰকাশ কৰিছিল। ভঁৰালীয়ে আৰু লিখিছে "বীৰত্ব আৰু কুটনীতি ইত্যাদি

ভূমিকাত অশেষ খ্যাতি অর্জন কৰা শ্ৰীফুনু বৰুৱদেৱে এই অভিনয়ত (মৰাণ জীয়ৰী) ৰজাঘৰীয়া লওৱা এজনৰ ভূমিকা গ্ৰহণ কৰি কৃতিত্ব দেখুৱাওঁতে তেখেতৰ সম্যক্ পাৰদৰ্শিতাৰ পৰিচয় পোৱা গৈছিল।" তেখেত আছিল যথাৰ্থতে জন্মগত শিল্পী। "শোণিত কুঁৱৰী" নাটকত বাণ চৰিত্ৰটিৰ ৰূপায়ণ আজিকোপতি নাট্যামোদী ৰাইজৰ সোঁৱৰণিত উজ্জ্বল হৈ আছে। নাটকৰ কাৰিকৰী কৌশলত তেওঁ নিজ বুদ্ধিমত্তা প্ৰয়োগ কৰি প্ৰকৃত নাটকীয় পৰিৱেশৰ সৃষ্টি কৰিব পাৰিছিল। "শোণিত-কুঁৱৰী" নাটক-প্ৰসঙ্গত এই নাট-কৌশলৰ কথা উল্লেখ কৰি ভঁৰালীদেৱে লিখিছে, "শ্ৰীফুনু বৰুৱাৰ কৌশলত যিটো (নাগপাশ) নাগপাশেই হৈছিল। আকৌ নাটকখনিৰ অভিনয়ে এনে এটি সাফল্যপূৰ্ণ আলোড়ন সৃষ্টি কৰাৰ পাতনিত আছিল পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱ আৰু শ্ৰীপৰশুৰাম বৰুৱাদেৱ।"

"নগা কোঁৱৰ" নাটকত 'গাম', "কুৰুক্ষেত্ৰত" 'শকুনি', "নন্দদুলাল" নাটকত 'অক্ৰূৰ'ৰ ভূমিকা তেওঁৰ উল্লেখযোগ্য অভিনয়। "চক্ৰধ্বজ সিংহ" নাটকত মুগাৰ চুৰিয়া আৰু মথুৰা পাগেৰে 'গজপুৰীয়া'ৰ অভিনয় (য'ত আন এগৰাকী যশস্বী অভিনেতা শ্ৰীসুধীৰচন্দ্ৰ বৰুৱাই 'গজপুৰিয়ানী' হৈ দৰ্শকক আনন্দ দিছিল) এতিয়াও শিৱসাগৰৰ নাট্যামোদী ৰাইজৰ মনত হাস্যৰসৰ সোঁৱৰণি হৈ আছে। তেওঁৰ অন্যতম সুহৃদ পাৰ্বতিপ্ৰসাদ বৰুৱাই 'ৰংপুৰৰ ৰংচৰা' প্ৰবন্ধত লিখিছে "গজপুৰীয়াৰ ভাবত ফুনু বৰুৱাৰ মুখত বেজবৰুৱাৰ খুহুতীয়া ভাষাই দৰ্শকৰ হাঁহিত পেটুনাড়ী ছিঙিছিল।" এই নাটকৰ অভিনয় দুবছৰত পাঁচবাৰমান হৈছিল। "পিয়লী ফুকন" এই নাটকখনিতো বৰুৱাই সফল অভিনয়ৰ চানেকী ৰাখি থৈ গেছে। এই নাটক শিৱসাগৰ ৰঙ্গমঞ্চত আৰু আশে-পাশে বহুবাৰ অভিনীত হৈছিল, য'ত কেবাবাৰো 'নাৰায়ণ'ৰ চৰিত্ৰটি সাৱলীল, প্ৰাণৱন্ত আৰু সফল ৰূপায়ণ কৰি ফুনু বৰুৱাই 'পিয়লী ফুকন'ৰূপী অন্য গৰাকী যশস্বী অভিনেতা মোক্ষদাপ্ৰসাদ বৰুৱাৰ অভিনয়ৰ সফলতাত বৰঙণি যোগাইছিল। পঞ্চাছৰ দশকত অভিনীত নাটক শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ "ৰক্ষকুমাৰ"ত বৰুৱাদেৱে আগৰ খ্যাতিৰেই 'বাৰণ'ৰ ভূমিকাত অৱতীৰ্ণ হৈ দৰ্শকৰ মন মুহিছিল। অভিনেতা হিচাপে ফুনু বৰুৱাৰ জীৱন-জোৰা কৃতিত্বৰ গুৰিতে আছিল অভিনয়ৰ প্ৰতি অদমনীয় নিষ্ঠা। গাত অতিপাত জ্বৰ লৈয়ো তেওঁ নিজৰ বচন



সলসলীয়াকৈ মনত ৰখাৰ চেষ্টা কৰাৰ কথা শুনিছিলোঁ। দায়িত্ববোধ, অধ্যৱসায়, গভীৰভাৱে চৰিত্ৰটি অধ্যয়ন কৰি হৃদয়ঙ্গম কৰা ; ভাবৰ অভিব্যক্তি, অভিব্যক্তিৰ সৈতে কণ্ঠস্বৰ আৰু সংলাপ কথনৰ ৰজিতা খুৱাবপৰা ক্ষমতা পৰিস্থিতি অনুযায়ী আৰু অৱস্থাভেদে স্বৰ প্ৰক্ষেপণ ইত্যাদি নাট্যোপযোগী কথাবিলাকৰ ওপৰত তেওঁ সদায় গুৰুত্ব দিছিল। সেই যুগত অভিনেতা-সকলৰ পাৰস্পৰিক বুজা-বুজিৰ ভাব থকাত যে অভিনয় সফল হৈছিল সেইকথা বৰুৱাদেৱে প্ৰায়ে ব্যক্ত কৰিছিল। বৰুৱাদেৱে অভিনয়ৰ বাহিৰেও নাটকত অভিনয় কৰা কণ কণ ছোৱালীহঁতক নাচ গান শিকোৱাত আৰু আঁৰকাপোৰৰ অন্তৰালত বেহেলাৰ সুমধুৰ তানেৰে সেই যুগৰ ৰঙ্গমঞ্চত শ্ৰুতিমধুৰ পৰিৱেশ সৃষ্টি কৰাত অৰিহণা জোগাইছিল।

ফুনু বৰুৱা এজন সমাজপ্ৰেমী ব্যক্তি আছিল। সকলো সমাজতে খাপ খাব পৰাটো এক চাৰিত্ৰিক বৈশিষ্ট্য আছিল। ইয়াৰ ফলত তেওঁ কাৰোবাৰ মৰমৰ 'ককাইদেউ' অথবা 'দদাইদেউ', সৰু চামৰ বাবে 'ককা' হৈ পৰিছিল।

১৯৩৭ চনত তেওঁ উত্তৰ গুৱাহাটীৰ কন্যা শ্ৰীক্ষীৰদাকুমাৰী বৰুৱাৰ লগত বিবাহ পাশত আবদ্ধ হয়। তেওঁ পাঁচোটি সন্তানৰ পিতৃ।

১৯৮২ চনৰ ৯ অক্টোবৰৰ দিনা মধ্যমা কন্যা নৃত্যবিশাৰদা শ্ৰীশুভলক্ষ্মী বৰুৱা (খান)-ৰ দিল্লীস্থ বাসভৱনত সকলোৰে অলক্ষিতে অসমৰ চিৰ সেউজীয়া অভিনেতাজন পৰম শান্তিত চিৰ নিদ্ৰাত নিদ্ৰিত হৈ পৰিল। যদিও তেওঁ পূৰ্ণ জীৱনৰ গৰাকী তথাপি যেন সকলোৰে বাবে এই মৃত্যু আকস্মিক। সুঠাম সুদেহী মানুহ এজন দৃশ্য পটৰপৰা হঠাতে হেৰাল। মৃত্যু সদায় করুণ। তেখেত আছিল অভিন্নহৃদয় অগ্ৰজৰ বাবে লক্ষ্মণ হেন অনুজ, প্ৰিয়তমা পত্নীৰ বাবে এক নিশ্চিত আশ্ৰয়, পো-বোৱাৰী, জীয়ৰী-জোঁৱাই, ভতিজা-ভাগিন, নাতি-নাতিনী, ওচৰ-চুবুৰীয়া সকলোৰে বাবে এক চেনেহৰ প্ৰতীক। দেহৰ সজাৰপৰা এতিয়া মুক্ত সেই সুন্দৰ পবিত্ৰ আত্মা—যি নিত্য, যি অবিনশ্বৰ, দেহৰ বিনাশতো যাৰ বিনাশ নাই।

"অজো নিত্যঃ শাশ্বতো অয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে।"

(গীতা, দ্বিতীয় অধ্যায়)

শ্ৰীবিভূতি চলিহা

## ফুনু ককাইদেউৰ সোঁৱৰণত

১৯৪৮ চনৰ কথা। তেতিয়া আমি কলেজীয়া ছাত্ৰ। এই সময়তেই আমি কেইজনমান ৰংপুৰীয়া ডেকাই নাট্যসমাজৰ পুৰণি ৰঙ্গমঞ্চত (এতিয়া স্বৰ্গীয়) সুৰেশচন্দ্ৰ গোস্বামীদেৱৰ "ৰুণুমী" নাটকখনৰ অভিনয় কৰিছিলোঁ। অভিনয় কৰা দলটিৰ নামকৰণ কৰা হৈছিল "ৰংপুৰ যুৱক সংঘ" নামেৰে। সেই সময়ত শিৱসাগৰত আছিল অসমৰ এগৰাকী আগশাৰীৰ সুৰকাৰ, গীতিকাৰ ৺শিৱপ্ৰসাদ ভট্টাচাৰ্য। আমি নাটক কৰাৰ কথা গম পাই তেখেত আমাৰ ওচৰ পালেহি। আমাৰ অনুৰোধ ৰক্ষা কৰি নাটকখনিৰ সঙ্গীত পৰিচালনাৰ দায়িত্ব ল'লে। অপূৰ্ব সঙ্গীত পৰিচালনাৰে "ৰুণুমী" নাটৰ সফল অভিনয় হ'ল দুনিশাৰ বাবে। এই "ৰংপুৰ যুৱক সংঘ"কেই পিছত "ৰংপুৰ জ্যোতি সংঘ" নামেৰে নামকৰণ কৰা হয়। প্ৰকৃতপক্ষে ৺ভট্টাচাৰ্য-দেৱেই এই সংঘৰ প্ৰতিষ্ঠাতা বুলিব পাৰি। অসমৰ দুৰ্ভাগ্য যে এনে এগৰাকী অতি প্ৰতিভাবান শিল্পীক আমি অকালতে হেৰুৱাব লগাত পৰিলোঁ। আমাৰ সংঘই ষাঠীৰ দশকৰ আৰম্ভণিৰেপৰা সত্তৰৰ দশকৰ মাজভাগলৈকে শিৱসাগৰৰ মঞ্চ তথা সাংস্কৃতিক জীৱন উজ্জ্বলাই ৰাখিছিল। শিৱসাগৰ নাট্যসমাজৰ পুৰণি নাট্যশালাটি ১৯৫২ চনত ভাঙি নতুন নাটঘৰ সাজিবৰ বাবে সমাজে আঁচনি গ্ৰহণ কৰে। ১৯৫৭ চনত নতুন মঞ্চ আৰু প্ৰেক্ষাগৃহ সাজি উলিওৱা হয়। স্থায়ী নাটঘৰ নথকাৰ কালছোৱাত "ৰংপুৰ জোতি সংঘ"ই "কালীপ্ৰসাদ স্মৃতি মন্দিৰ"ত অস্থায়ী মঞ্চ সাজি ভালেমান পূৰ্ণাঙ্গ নাটকৰ সফল অভিনয় কৰি শিৱসাগৰৰ মঞ্চজগত পোহৰাই ৰাখিছিল। ১৯৫৫ চনত এই সংঘই শ্ৰীনিপ বৰুৱাৰ "স্মৃতিৰ পৰশ" নাটকৰ অভিনয় কৰে। এই নাটকৰ সংগীত পৰিচালনা কৰিছিল (এতিয়া স্বৰ্গীয়) ব্ৰজেন বৰুৱাই। এই সময়তেই আমাৰ সংঘৰ লগত সম্বন্ধ স্থাপন হয় ফুনু ককাইদেউৰ।



নাটক আৰু অভিনয়ৰ প্ৰতি থকা তেখেতৰ গভীৰ অনুৰাগে আমাৰ মাজলৈ তেখেতক টানি আনিলে। সময়ত আমাৰ সংঘৰ সভাপতিৰ আসন অলংকৃত কৰিলে। দিনে দিনে আমাৰ সদৌটিৰে লগত তেখেতৰ সম্বন্ধ গাঢ় হৈ আহিল। সংঘৰ সকলো কামতে দিহা পৰামৰ্শ দি আমাক উপকৃত কৰিলে। সংঘৰ দ্বাৰা নিৱেদন কৰা অভিনয়ত আগভাগ ল'লে। আমাৰ লগত মঞ্চত উঠি একেলগে অভিনয় নকৰিলেও নাটকৰ আখৰা আৰম্ভ কৰা দিন ধৰি প্ৰথম নিশাৰ অভিনয় আৰম্ভ হোৱা সময়খিনিলৈকে দিহা পৰামৰ্শ আগবঢ়াইছিল। আখৰা কৰি থকা সময়খিনিত প্ৰেক্ষাগৃহৰ আগশাৰীত বহি অভিনেতা-অভিনেত্ৰীসকলৰ দোষ-ত্ৰুটীবোৰ আঙুলিয়াই দি অভিনয় সফল কৰাত সহায় কৰিছিল। ১৯৬০ আৰু ১৯৬১ চনত আমাৰ সংঘৰ দ্বাৰা উত্তৰ-পূৱ ভাৰতৰ সাতখন ৰাজ্যৰ ল'ৰা-ছোৱালীৰ মাজত এখনি চিত্ৰাঙ্কন আৰু সাহিত্য-প্ৰতিযোগিতা পতা হৈছিল। এই প্ৰতিযোগিতাখনি সেইসময়ৰ অসমৰ ৰাজ্যপাল জেনেৰেল এচ. এম. শ্ৰীনাগেশ আৰু তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই সোণৰ পদক আগবঢ়াই পৃষ্ঠপোষকতা কৰিছিল। অসমত এনেধৰণৰ প্ৰতিযোগিতা সেইখনেই প্ৰথম আছিল। এই প্ৰতিযোগিতাখিনি পতাৰ সময়ত আমাৰ সংঘৰ সভাপতি আছিল ফুনু ককাইদেউ। প্ৰতিযোগিতাখিনি সফল কৰি তুলিবৰ বাবে আমি খুব কষ্ট কৰিব লগা হৈছিল। এইক্ষেত্ৰত ফুনু ককাইদেউৰপৰা আমি পাইছিলোঁ অফুৰন্ত কৰ্ম-প্ৰেৰণা। নিজৰ কাম-বন এৰিও সংঘৰ কামত ঘূৰিছিল। আমাৰ অনুষ্ঠানৰ লগত থকাৰ সময়ছোৱাত ফুনু ককাইদেৱে সদায়েই সকলো-সময়তে পৰম আন্তৰিকতাৰে সহযোগ কৰিছিল। কোনো কথাতেই কোনোদিনে কৃপণালি কৰা নাছিল। আমাৰ সকলোকেই বৰ মৰমৰ চকুৰে চাইছিল।

১৯৬০ চনৰ নৱেম্বৰ মাহত শিৱসাগৰত সদৌ অসম একাঙ্ক নাট্যসন্মিলনৰ ২য় বাৰ্ষিক অধিবেশন মহাসমাৰোহেৰে তিনিদিনীয়া কাৰ্যসূচীৰে পতা হয়। এই অধিবেশন উপলক্ষ্যে গঠন কৰা অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ফুনু ককাইদেউ। শিৱসাগৰত বহা এই অধিবেশনৰ পিছৰেপৰা ফুনু ককাইদেউৰ সম্বন্ধ ঘটে সদৌ অসম একাঙ্ক নাট্যসন্মিলনৰ লগত। তেখেত ভালেমান বছৰ এই সন্মিলনৰ সভাপতি আছিল। এই সন্মিলনৰ উন্নতিকল্পে তেখেতে

অহোপুৰুষাৰ্থ কৰিছিল। এই অনুষ্ঠানটোক বৰ মৰমৰ চকুৰে চাইছিল। নাট্য-সন্মিলনৰ কামত আমি অসমৰ ঠায়ে ঠায়ে ঘূৰিব লগা হৈছিল। আমাৰ দুখ-ভাগৰ লাগিলেও ফুনু ককাইদেউৰ যেন কোনো দুখ-ভাগৰ নাছিল। বয়সে কোনোদিন তেখেতৰ কৰ্ম-প্ৰেৰণা ম্লান কৰিব পৰা নাছিল। কাম কৰি যোৱাৰ আছিল অফুৰন্ত হেঁপাহ—বিশেষকৈ সাংস্কৃতিক দিশত। মানুহজনেই আছিল অসমীয়া ভাষা-সংস্কৃতিৰ পূজাৰী।

ফুনু ককাইদেউৰ শিৱসাগৰৰ সাংস্কৃতিক জীৱনৰ লগত সম্বন্ধ ঘটিছিল এই শতিকাৰ ৩য় দশকৰ মাজভাগৰপৰা। শিৱসাগৰ তথা অসমৰ কেইগৰাকীমান মহিমান্বিত পুৰুষৰ চেষ্টাত শিৱসাগৰত ১৮৯৯ চনত শিৱসাগৰ নাট্যসমাজৰ জন্ম হয়। শিৱসাগৰ নাট্যসমাজে ১৯২৮ চনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ "শোণিত কুঁৱৰী" নাটকৰ অভিনয় কৰিছিল। এই নাটকৰ যোগেদিয়েই ফুনু ককাইদেৱে শিৱসাগৰৰ সাংস্কৃতিক জীৱনত আত্মপ্ৰকাশ কৰে। বাণ ৰজাৰ চৰিত্ৰ অতি দক্ষতাৰে ৰূপায়ণ কৰি সমাদৰ লভিবলৈ সক্ষম হৈছিল। শিৱসাগৰ নাট্যসমাজৰপৰা অভিনীত হোৱা নাটসমূহৰ ভিতৰত ফুনু ককাইদেউৰ উল্লেখযোগ্য অভিনয় হ'ল "শকুনিৰ প্ৰতিশোধ" (শকুনি), "কৰ্ণাৰ্জুন" (শকুনি), "নগাকোঁৱৰ" (গাম), "নন্দদুলাল" (অক্ৰুৰ), "পিয়লি ফুকন" (নাৰায়ণ), "নীলাম্বৰ" (নন্দন), "সেই বাটেদি" (বনমালী)। "সেই বাটেদি" নাটকখনিৰ অভিনয় হৈছিল ঘূৰণ ৰঙ্গমঞ্চ উদ্বোধনীৰ নিশা। ১৯৫৭ চনৰ পিছৰপৰা তেখেতে বোধকৰোঁ অভিনয় কৰা নাছিল। মঞ্চত উঠি অভিনয় নকৰিলেও শিৱসাগৰ নাট্যসমাজৰ নতুন চাম অভিনেতা-অভিনেত্ৰীৰ লগত সম্বন্ধ ৰাখিছিল—তেওঁবিলাকৰ অভিনয় চাইছিল, সমালোচনা কৰিছিল, উৎসাহ যোগাইছিল।

ফুনু ককাইদেউৰ লগত মোৰ ব্যক্তিগত সম্বন্ধ আছিল অতি আপোন। আমি ঘৰুৱা পৰিৱেশত লগ পালেই নাটক আদিৰ বিষয়ে আলোচনা কৰিছিলোঁ। শিৱসাগৰ নাট্যসমাজ, ৰংপুৰ জ্যোতি সংঘ, সদৌ অসম একাঙ্ক নাট্যসন্মিলন (বৰ্তমান অসম নাট্যসন্মিলন)-ৰ উপৰিও শ্ৰীশ্ৰীশঙ্কৰদেৱ সমাজ, মেলাচকৰ নামঘৰ সমাজৰ লগত তেখেতৰ সম্বন্ধ ঘটিছিল। শিৱসাগৰৰ মেলাচকৰত এটি নামঘৰ স্থাপন হোৱাটো বোধকৰোঁ তেখেতৰ জীৱনৰ শেষ হেঁপাহ আছিল আৰু সেই কাৰণেই পৰিয়ালৰ হৈ এটি শকত ধনৰ টোপোলা



আগবঢ়াইছিল। তেখেতে অসুখীয়া দেহালৈয়ে নামঘৰত সেৱা জনাবলৈ পাই পৰম তৃপ্তি লাভ কৰাৰ কথা ভক্তবৃন্দৰ আগত ব্যক্ত কৰিছিল।

ফুনু ককাইদেউ মানুহজন আছিল সুন্দৰৰ পূজাৰী। অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি আছিল গভীৰ শ্ৰদ্ধা। কথা-বতৰাত সকলো সময়তে অসমীয়াত্ব ফুটি উঠিছিল। নহ'লেনো মূৰত ফুলাম গামোছা মেৰিয়াই জীপ গাড়ী চলাই ৰংপুৰ জ্যোতিসংঘ আৰু অসম নাট্যসন্মিলনৰ মনত ঘূৰিলহেঁতেন নে!

তেখেতৰ বাবে শিৱসাগৰ নাট্যসমাজ আৰু ৰংপুৰ জ্যোতিসংঘ বৰ মৰমৰ আপোন অনুষ্ঠান আছিল; জীৱনৰ চাৰিকুৰি বছৰ ওচৰ চপাতো অভিনয় কৰাৰ হেঁপাহ মাৰ যোৱা নাছিল। শিৱসাগৰ নাট্যসমাজৰ যিসকল অভিনেতা বৰ্তমানে আছে সেই সকলক লৈ এখন নাটক কৰাৰ পৰিকল্পনা আমি ব্যক্তিগতভাৱে এবাৰ কৰিছিলোঁ। ফুনু ককাইদেৱে বৰ ভাল পাইছিল। মোক উছাহ যোগাই কৈছিল, বৰ ভাল হ'ব—জীৱনৰ শেষ অভিনয় কৰি যাওঁ।" কিন্তু নহ'ল। মোৰ পৰিকল্পনাই বাস্তৱৰূপ দেখা নেপালে।

ফুনু ককাইদেউৰ অসুখ আৰম্ভ হোৱাৰ পিছৰপৰা মই যিমানবাৰ লগ পোৱাৰ সুবিধা হৈছিল সিমান বাৰেই নাটক-অভিনয়ৰ বিষয়েই কথা পাতিছিল। জ্যোতিপ্ৰসাদৰ নাটকৰ বিষয়ে আমাৰ প্ৰায়ে আলোচনা হৈছিল। শিৱসাগৰ নাট্যসমাজে জ্যোতিপ্ৰসাদৰ "লভিতা"খন কৰোঁতে মোক তেখেতৰ বহুমূলীয়া পৰামৰ্শ আগবঢ়াই বৰ উপকৃত কৰিছিল।

তেখেতক শেষবাৰৰ বাবে লগ পাইছিলোঁ মেলাচকৰ নামঘৰত। ৰাইজৰ আশীৰ্বাদ লৈ গৈছিল শেষবাৰৰ বাবে। মই নাজানিছিলোঁ সেয়া যে শেষ দেখা আছিল। চৰণেহে জানে মৰণৰ ঠাই। সুদূৰ নতুন দিল্লীত ফুনু ককাইদেউৰ জীৱনাৱসান ঘটিল। আকাশী যানেৰে কঢ়িয়াই আনিলে প্ৰথম অসমীয়া কথাছবি "জয়মতী"ৰ নায়ক ফুনু বৰুৱাৰ নিষ্প্ৰাণ-নিস্পন্দ দেহ মেলাচকৰৰ নিজ বাসভৱনলৈ। হেজাৰজনে উচুপিলে। নীৰৱে উচুপিলোঁ মই। পৰম শ্ৰদ্ধাৰে যাচিলোঁ অশ্ৰু-অঞ্জলি।

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা

## সহোদৰৰ সোঁৱৰণত

আমি দুই ভাই আৰু তিনি বাইভনী। মই তৃতীয় আৰু মোৰ ভাই ফুনু (পৰশুৰাম বৰুৱা) চতুৰ্থ সন্তান। আমাৰ আটাইকেউটিৰে জন্ম ধুবুৰীত; মোৰ ৭ মাৰ্চ ১৯০০ চন আৰু ফুনুৰ ১৭ জুলাই ১৯০১ চন। দেউতা সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা গড়কাপ্তানি অফিচৰ কেচিয়াৰ; সঙ্গীত বলিয়া। মাতৃ আছিল শুভ্ৰা, সুশ্ৰী, ঘৰ উজ্জ্বলাই ৰখা গৃহ-লক্ষ্মী, জাহ্নৱী দেৱী। সেই সময়ৰ ধুবুৰী আজিৰ ধুবুৰীত বিচাৰি পাবলৈ নাই। কোনোবা অতীতৰ চান্দ সদাগৰৰ পুত্ৰ লক্ষীন্দৰৰ পাৰ্থিব দেহ লৈ পতিশোকত বিহ্বলা গাভৰু বেউলাই ব্ৰহ্মপুত্ৰৰ বুকুত ভূৰেৰে উটি যাওঁতে নেতাই ধুবুনীৰ ঘাটত চাপিছিলহি। এই ধুবুনীৰ ঘাটেই কালক্ৰমত ধুবুৰী নামেৰে জনাজাত হৈ পতি-পত্নীৰ অপাৰ্থিব স্নেহৰ স্মৃতিক মূৰ্ত কৰি ৰাখিছে। এই ধুবুৰীতে অসম-বঙ্গৰ মিলিত কলা-কৃষ্টিয়ে অসম তথা ভাৰতবৰ্ষৰ সাংস্কৃতিক উন্নতিত অৱদান যোগাইছে।

সেই সময়ৰ ধুবুৰীত বঙলাৰ প্ৰাধান্য আছিল। সকলোতে বঙলা ভাষা চলিছিল। পঢ়াশালিত শিক্ষাদান বঙলাতেই হৈছিল। মই আৰু মোৰ ভাই ফুনুৰ সেই সময়ত পঢ়াশালিলৈ যোৱাৰ বয়স হোৱা নাছিল। ডাঙৰ বাইদেউ স্বৰ্ণলতা নিয়মিতৰূপে পঢ়াশালিলৈ গৈছিল আৰু সৰু বাইদেউ মাধৱীলতা মাজে মাজেহে গৈছিল। সেই সময়ৰ মদনমোহন তৰ্কালঙ্কাৰৰ ৰচিত পাঠাপুথিৰ "পাখী সব কৰে ৰব, ৰাতি পোহাইল; কাননে কুসুম কলি সকলি ফুটিল" পদ্যটো ডাঙৰ বাইদেৱে আওৰোৱা আৰু তাকে শুনি শুনি আমাৰো মনত থকা পদ্যফাকি আজিও পাহৰা নাই। অকল পঢ়াশালিতে কিয়, সেই সময়ত আমি ঘৰতো নিজৰ ভিতৰতে বঙলাতহে কথা-বতৰা হৈছিলোঁ—অৱশ্যে মা-দেউতাৰ লগত কথা হওঁতে অসমীয়াতে হৈছিলোঁ।

আগতেই কৈ অহা হৈছে পিতৃ আছিল সঙ্গীত বলিয়া—ঘৰ-সংসাৰ চলোৱাৰ সমস্ত দায়িত্ব কোমল বয়সীয়া মাতৃৰ ওপৰতে এৰি দি, সেই সময়ৰ আৰু এজন সঙ্গীত বলীয়া, গৌৰীপুৰৰ জমিদাৰ ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ লগতেই দেউতাই সঙ্গীত চৰ্চাত সকলো সময় কটাইছিল। এই স্বভাৱে ঘৰ-সংসাৰৰ উপৰিও পিতৃৰ অফিচৰ কামতো যে ব্যাঘাত ঘটাইছিল তাক নক'লেও হ'ব। কিন্তু এই ত্ৰুটীৰ বাবে পিতৃয়ে ওপৰৱালা-সকলৰপৰা কোনো অনুশাসন পোৱা নাছিল। কাৰণ দেউতাই ইংৰাজী সঙ্গীত আৰু ইংৰাজী স্বৰলিপি জানিছিল আৰু দেওবাৰৰ গীৰ্জাত Chapel Organ বজাই ইংৰাজী সামূহিক প্ৰাৰ্থনাত খ্ৰীষ্টান চাহাবসকলক সহায় কৰিছিল। ফলত দেউতাই চাহাব ওপৰৱালাসকলৰপৰাও শ্ৰদ্ধা পাইছিল। আৰু ৰাজা বাহাদুৰৰ সৈতে একাগ্ৰচিত্তে অকল সঙ্গীত চৰ্চাতে সময় কটোৱাত বাধাপ্ৰাপ্ত হ'বলগীয়া নহৈছিল। যিসময়ত আমাৰ দেশত গ্ৰামোফোন, মাইক্ৰ'ফোন, ৰেডিও, টেলিফোন, টেলিভিছন, কেছেট আদি একোৱেই নাছিল, আনকি মটৰ গাড়ী, ৰেল, ইলেক্ট্ৰিচিটি আদিৰো প্ৰচলন হোৱা নাছিল, কলিকতাৰপৰা ডিব্ৰুগড়লৈ জাহাজেৰে আহোঁতে এমাহৰো ওপৰ সময় লাগিছিল, তেনে সময়ত কেতিয়া, কাৰপৰা দেউতাই পশ্চিমীয়া সঙ্গীত আৰু পশ্চিমীয়া স্বৰলিপি শিকিছিল ভাবিলে আজিও আচৰিত হওঁ।

দেউতাৰ পূৰ্ণ সঙ্গৰপৰা বঞ্চিতা হ'লেও লক্ষ্মীস্বৰূপা মাতৃৰ স্নেহাসিক্ত আচৰণ আৰু শাসনে আমাৰ ঘৰখনক আনন্দমুখৰ কৰি তুলিছিল আৰু আৰ্থিক দিশৰপৰা স্বচ্ছল নোহোৱা সত্বেও আমি অভাৱ কাক বোলে অনুভৱ কৰিব পৰা নাছিলোঁ।

আমাৰ পাঁচ ভাই-ভনীৰ ভিতৰত ফুনু আছিল অলপ বেছি উৎপতীয়া স্বভাৱৰ আৰু তেওঁতকৈ কিছু কম আছিল সৰু বাইদেউ মাধৱীলতা। দুয়ো লগলাগি মাতৃক সততে আমনি দিছিল যদিও যশোদা মাতৃয়ে শিশু কৃষ্ণক উৰলত বান্ধি শাসন কৰি ভালপোৱাৰ দৰে বোধকৰোঁ মনে মনে ভালকে পাইছিল। বঙালী স্ত্ৰীসমাজে ৰূপে গুণে বিভূষিতা মাতৃক আদৰেৰে গ্ৰহণ কৰি লৈছিল আৰু সেইসকলৰ সংশ্ৰৱত থাকি বিবিধ উপাদেয় ৰন্ধা-বঢ়া শিকি লব পাৰিছিল। মাতৃয়ে প্ৰস্তুত কৰা ৰসবড়াৰ



সোৱাদ আজি চাৰি কুৰি পাঁচ বছৰেও পাহৰা নাই। এই ৰসবড়া ফুনু আৰু মাধৱী বাইদেৱে ঢুকি নোপোৱাকৈ থোৱাৰপৰাও চুৰ কৰি আনি খাই আৰু পেলাই মাতৃক হাৰাশাস্তি কৰিছিল।

মই পাঁচ বছৰীয়া আৰু ফুনু চাৰি বছৰীয়া হৈ থাকোঁতে আমাৰ মাতৃদেৱী স্বৰ্গগামী হয়। ব্ৰহ্মপুত্ৰ গঙ্গাধৰৰ সঙ্গমৰ পবিত্ৰ বালিত মাতৃৰ শেষকৃত্য সমাপন কৰা হয়। চিতা জলাবৰ বাবে চৰকাৰী হুকুমত বগা ঢকঢকীয়া Egret নামৰ ফেৰী জাহাজেৰে খৰি লৈ যোৱা মোৰ এতিয়াও মনত পৰে। মুখাগ্নি মোৰ দ্বাৰা কৰোৱাই মোক ফেৰী জাহাজেৰে ঘৰলৈ লৈ অনা হয়। বাকী ভাই-ভনীক খবৰ দিয়া ঠাইলৈ নিয়া হোৱা নাছিল যদিও ফুনু আৰু মাধৱীলতা বাইদেৱে এক হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি কৰিছিল।

মাতৃবিয়োগত দেউতা জুৰুলা হৈ পৰিল। সঙ্গীত চৰ্চা এৰা পৰিল। বাদ্যযন্ত্ৰসমূহ অৱহেলিত হৈ পৰি থাকিল। দীঘলীয়া ছুটি লৈ আমাৰ পাঁচোটাক বুকুত বান্ধি দেউতাই আমাক জাহাজেৰে আনি গুৱাহাটী পোৱালেহি। উজান বজাৰৰ ঘাই পথ আজিৰ ফটিকচন্দ্ৰ ৰোডত থকা মোমাইদেউ মোক্ষদাকান্ত ভুঞাৰ ঘৰত উঠিলোঁহি। দেউতাহঁতৰ জন্মভূমি শিলসাঁকোৰ পুৰণা ঘৰ-ভেটি দেখুৱাবলৈ বুলি এদিন আমাৰ ডাঙৰ চাৰিটাক উত্তৰ গুৱাহাটীলৈ লৈ গৈছিল। আমাৰ বৰদেউতা গোঁফ আৰু উজ্জ্বল চকুৰে সিংহপুৰুষ সদৃশ ললিতৰাম বৰুৱাৰ (৺কৃষ্ণ চৌধুৰী হাকিমৰ শহুৰেক) ঘৰ পালোঁহি। মাৰল ঘৰৰ মজিয়াত পাতি থোৱা ঢাৰিত আমাৰ চাৰিওটাকে বহিবলৈ দিলে। বৰদেউতাৰ সৰু ল'ৰা বাপুৰাম ককাইদেৱে পথাৰৰপৰা গছে সৈতে তুলি আনি এসোপা মাহ আমাৰ সন্মুখত মাটিতে পেলাই দি 'খা' বুলি কোৱাত আমি ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলোঁ। ফুনুৱে কাণে কাণে ক'লে "এসব ঘাঁস—আমাদেৰকে খেতে দিয়েছে—খাবিনাৰে ভাই—এসব গৰুৰ খাউৱা ঘাঁস।" আমাক নোখোৱা দেখি বাপুৰাম ককাইদেৱে ঠাবিৰপৰা মাহবিলাক এটা এটাকৈ ছিঙি চোকোৰা গুচাই দিয়াত গাইপতি কেইটামানকৈ আমি খালোঁ।

দেউতাৰ দীঘলীয়া ছুটিৰ ভিতৰত মোক্ষদা মোমাইদেউৰ ঘৰত থকা কালতেই ডাঙৰ বাইদেউৰ বিয়া হয়—উত্তৰ গুৱাহাটীৰ আমাৰ পুৰণি ভেঁটি

অৰ্থাৎ বৰদেউতা ললিতৰাম বৰুৱাৰ ঘৰৰপৰা। মোৰ মনত পৰে ঘৰৰ পৰা পদূলিমুখলৈ প্ৰায় ডেৰশ মিটাৰ পথ দৰা আদৰিবলৈ মোক কেঁকোৰা দোলাৰে লৈ গৈছিল। ইয়াতে ভাইয়ে আহি মোৰ লগত দোলাত উঠিবলৈ জোৰ কৰা কথা আজিও মনত আছে। দৰাও কেঁকোৰা দোলাত উঠি আধা কিলোমিটাৰ পথ খোজকাঢ়ি অহা বৰযাত্ৰীসকলৰ আগে আগে কালীয়া ঢুলীয়া বাদ্য-ধ্বনিয়ে সৃষ্টি কৰা আনন্দমুখৰ পৰিৱেশত কন্যাঘৰ পাইছিলহি। বিয়াৰ পিছত বাইদেউৰ লগত থাকিবলৈ বুলি মোকো শিলংবাসী হ'বলৈ পঠালে।

১৯০৭ চন। দেউতাৰ দীঘলীয়া ছুটিৰ অন্তত তেজপুৰ গড়কাপ্তানি অফিচলৈ পূৰ্বৰ কামতে দেউতা বদলি হ'ল। ঘৰ ল'লেহি সেই সময়ৰ মাধৱ বৰদলৈ মনচুপ্ থকা ঘৰ এটাৰ ওচৰত, য'ত আজিকালি ৺লালমোহন চৌধুৰীৰ পৰিয়াল থাকে। মাধৱী বাইদেউ, ফুনু আৰু ভনী কনকলতাক চাবলৈ বুলি নগাঁৱৰপৰা আমাৰ মাৰ মাক আইতা আহিছিল। মা আছিল আইতাৰ একমাত্ৰ সন্তান। ওচৰা-ওচৰিকৈ থকা আৰু সমবয়সী হোৱা হেতু মাধৱী বাইদেউৰ লগত মাধৱ মনচুপ্ৰ নাতিনীয়েক বিখ্যাত সাহিত্যসেৱী কবি নলিনীবালা দেৱীৰ সৈতে আৰু ল'ৰাৰ ভিতৰত নাতি অপূৰ্ব বৰদলৈৰ সৈতে ফুনুৰ বন্ধুত্ব হৈছিল। এই বন্ধুত্বই আমাৰ দুয়ো ঘৰক এক আত্মীয়তাৰ সূত্ৰত বান্ধিছিল। ওচৰৰে আৰু এঘৰৰ সৈতে আমাৰ ঘনিষ্ঠতা গঢ়ি উঠিছিল, সেই ঘৰ আছিল জ্যোতিপ্ৰসাদ আগৰৱালাহঁতৰ ঘৰ। জ্যোতিৰ দেউতাক পৰমানন্দ আগৰৱালাই দেউতাৰপৰা বেহেলা শিকিবলৈ দৈনিক আমাৰ ঘৰলৈ আহিছিল। প্ৰায় সমবয়সীয়া হোৱা হেতু জ্যোতি আৰু ফুনুৰ মাজত সহৃদয়তা বাঢ়ি যায়, যি জীৱনৰ শেষ মুহূৰ্তলৈকে সঙ্গীত, নৃত্য, নাট, বোলছবি আদিৰ চৰ্চাত জড়িত হৈ বৈৱাহিক সম্বন্ধ স্থাপনেৰে দুই পৰিয়ালৰ বান্ধোনক আজিকোপতি কটকটীয়া কৰি ৰাখিছে। প্ৰথম অসমীয়া বোলছবি জয়মতীত ফুনুয়েই আছিল প্ৰধান ভাও লওঁতা গদাপাণি। অকল সেয়ে নহয়। বৰগোহাঁইৰ ভাওতা মই। মোৰ দুই পুত্ৰ জয়ন্তকুমাৰ আৰু ৰঞ্জিতকুমাৰ লাই আৰু লেচাই আৰু আমাৰ ঘৰুৱা বনকৰা চাহবনুৱা ল'ৰা-ছোৱালী এহাল লিগিৰা আৰু লিগিৰীৰ ভাওত ওলাইছিলোহঁক।



জ্যোতিপ্ৰসাদহঁতৰ ঘৰলৈ যোৱাৰ বাটত ব্ৰহ্মানন্দ বৰকাকতিৰ ঘৰ। বৰকাকতিদেউ আছিল আমাৰ স্বনামধন্য অমিয় ( দাসৰ ) দাদাৰ মোমায়েক। বৰকাকতিৰ গৌৰবৰ্ণা, সুশ্ৰী পৰিবাৰ টুলু বঙালী আছিল। ভাতৃ ফুনুয়ে এখেতক "টুলু মাসীমা" বুলি মাতিছিল। তেখেত আছিল আমাৰ ওচৰৰে পাঠশালা স্কুলৰ দ্বিতীয়া শিক্ষয়িত্ৰী। তেওঁৰ মাক আছিল প্ৰধান শিক্ষয়িত্ৰী, যাক আমি "গুৰু মাসীমা" বুলি মাতিছিলোঁ। তেতিয়া সেই স্কুলত বঙলা মাধ্যমেৰে শিক্ষাদান হৈছিল। আমোদজনক কথা, দুষ্টালিৰ বাবেই হওক বা অলপ তীক্ষ্ণ বুদ্ধিৰ বাবেই হওক, ফুনুৱে তেওঁৰ 'টুলু মাসীমা'ৰপৰা অলপ বেছি মন-কাণ পাইছিল। শিক্ষাদানতো তেওঁ ফুনুক অলপ বেছি চাইছিল। ইতিমধ্যে মই শিলঙৰ বাইদেউৰ ঘৰৰপৰা তেজপুৰলৈ আহোঁ আৰু এই গুৰু মাসীমাৰ পঢ়াশালিতে নাম লগাওঁ। তেতিয়া আমি তেজপুৰৰ মাজ-মজিয়াত থাকিও বঙলা মাধ্যমত পঢ়া কথাটো ভাবিলে আজি মনত কেনেবা লাগে।

কিছুদিন পিছত আমি ঘৰ সলাই কলীবাৰীচুকলৈ আহোঁ—পদ্মনাথ গোহাঞি বৰুৱাদেৱৰ ঘৰৰ ওচৰৰ ঘৰ এটালৈ। এই ঘৰ খেৰ-বাঁহ আৰু কেঁচা ভেঁটিৰে দেউতাই সজোৱাইছিল। অলপ দিনতে মাধৱী বাইদেউৰো বিয়া হ'ল সেই ঘৰৰপৰাই ভিনিহিদেউ জানকী কটকীৰ লগত। মাধৱী বাইদেউ ওলাই যোৱাৰ পিছত দেউতাৰ সৈতে আমি দুই ভাই আৰু ভনী কনকলতাৰেই আমাৰ ঘৰখন হৈছিল। ঘৰৰ সকলো কাম-কাজ আমি নিজেই কৰিছিলোঁ। দেউতাই সঙ্গীত চৰ্চাত সময় নিয়াইছিল যদিও দৈনিক ঘৰ সৰা, ঘৰ মোছা আৰু সপ্তাহত এদিন চোতাল মোছা আৰু ঘৰখন পৰিপাটি কৰি ৰখা কামবিলাক নিজহাতে কৰিছিল আৰু আমাকো কৰিবলৈ লগাইছিল। ন বছৰীয়া ভনীজনীয়ে ভাত ৰান্ধিছিল—এওঁৱেই আছিল প্ৰথম অসমীয়া মহিলা আলোচনী "ঘৰ জেউতি"ৰ সম্পাদিকা। ৰন্ধাবঢ়া কামত ময়ো অৱশ্যে সহায় কৰি দিছিলোঁ। ফুনুক বৰকৈ সহায় কৰিবলৈ নেমাতিছিলোঁ; কাৰণ তেওঁ সোমালে এটা নহয় এটা ঘটনা কৰিবই। ভনী সৰু ছোৱালী, অতি নিৰ্জু, কামত লাগি থাকে। ফুনুৰে মোৰে ভিতৰতে হতাহতিও হয়। মই সাধাৰণতে হাবোঁ আৰু দেউতাই আহি ফুনুক শাসন কৰিবলগীয়া হয়।

কিছুদিন পূৰ্বেই বাণ ষ্টেজ আৰম্ভ হয়। পদ্মনাথ গোহাঞি বৰুৱা, বেথাৰাম শৰ্মা, ভৱানী ভট্টাচাৰ্য আদিসহ দেউতাহঁতৰ যত্নত বাণ ষ্টেজ গঢ় লৈ উঠে। সঙ্গীতত ধাউতি থকাসকলে আমাৰ ঘৰত নিতৌ সন্ধিয়া গোট খাই দেউতাৰ নেতৃত্বত সঙ্গীত চৰ্চা কৰেহি। আমি গধূলি নপঢ়িছিলোঁ। সঙ্গীত চৰ্চাহে কৰিছিলোঁ। সেই সময়তে দেউতাই "সঙ্গীত কোষ" আৰু "সঙ্গীত সাধনা" ৰচনাৰ কাম আৰম্ভ কৰে। এই কামত দেউতাই মোক আৰু ফুনুক লগাইছিল। দেউতাই লেখা খচৰাৰপৰা আমি ফেয়াৰ কপি কৰি দিওঁ। মোতকৈ ফুনুৰ আখৰ ভাল আছিল আৰু লেখাও থৰ আছিল বাবে উৎপাত কৰিলেও ( এই উৎপাত অৱশ্যে মোৰ ওপৰতেই তেওঁৰ বেছি আছিল, এদিন কাঠ পেন্সিলেৰে খোচ মাৰি মোৰ সোঁ চকুৰপৰা তেজ উলিয়াই দিছিল ; ঈশ্বৰে যেনিবা ৰক্ষা কৰিলে ), দেউতাই তেওঁক দোষ অনুপাতে খং কম কৰিছিল।

পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ সৈতে আমাৰ দেউতাৰ বন্ধুত্ব গাঢ় আছিল। ওচৰাওচৰিকৈ থকা হেতু আৰু সঙ্গীত সাহিত্য আদিৰ একেলগে চৰ্চাৰ হেতু দুই পৰিয়ালৰ ভিতৰত প্ৰগাঢ় মিলাপ্ৰীতি ঘটিছিল। গোহাঞি-বৰুৱাদেৱৰ বৰ জী নিৰ্মলা মোৰ সমবয়সী, ভনীয়েক বুলু ফুনুৰ সমবয়সী আৰু ফুলু আমাৰ ভনী কনকলতাৰ সমবয়সী আছিল বাবে আমি প্ৰায় এটা পৰিয়ালৰ দৰে আছিলোঁ। নিৰ্মলাৰ সৈতে সিদ্ধেশ্বৰ গোহাঁইদেৱৰ বিবাহ এই সময়তে হয়। এবাৰ গৰমৰ বন্ধত পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ ঘৰলৈ কৃষ্ণকান্ত সন্দিকৈ আৰু ভায়েক চন্দ্ৰকান্ত আহে আৰু প্ৰায় দুমাহ কাল তাত থাকেহি। সেই সময়ত এখেত দুজনৰ লগত মোৰ আৰু ফুনুৰ বেছ ঘনিষ্ঠতা হৈছিল। কৃষ্ণ সন্দিকৈ গহীন স্বভাৱৰ লোক আছিল, কিতাপ পত্ৰ পঢ়াত তেওঁৰ ৰাপ আছিল বেছি—তেওঁ মোক ভাল পাইছিল। সৰু-ভাই জ্ঞান কৰি তেজপুৰ এবাৰ সময়ত কৈ গৈছিল যে মাহেকত এখন চিঠি মই তেওঁলৈ দিব লাগিব আৰু সেইখন হ'ব লাগিব ইংৰাজীত। মই তেতিয়া ক্লাছ চেভেনত পঢ়োঁ। কৃষ্ণ সন্দিকৈয়ে তেতিয়া এফ্. এ. নে মেট্ৰিক পৰীক্ষা দি আহিছে। চন্দ্ৰকান্ত সন্দিকৈ অলপ খটাসুৰীয়া স্বভাৱৰ আছিল। গতিকে তেওঁৰ সৈতে শীঘ্ৰেই আমাৰ ফুনুৰ সতামিতা হৈ উঠিল আৰু দুয়ো লগ লাগি মোৰ আৰু কৃষ্ণ সন্দিকৈৰ ওপৰত উৎপাত



কৰি ভাল পাইছিল। সেই দুমাহত আমাৰ চাৰিজনৰ ভিতৰত সম্বন্ধ ইমান গাঢ় হৈছিল যে তেওঁলোক তেজপুৰ এৰি যোৰহাটলৈ যাবৰ সময়ত আমাৰ বেয়া লগাত তেওঁলোকৰ জোতা, বাকচ আদি লুকুৱাই যাত্ৰা ভঙ্গ কৰিবলৈ ফুনু আৰু মই লগ হৈ চেষ্টা কৰিছিলোঁ।

১৯১৪ চনত দেউতা ঢুকাল। আমি তিনিও ঘাট-মাউৰা হ'লোঁ। পদ্মনাথ গোহাঞিবৰুৱা, সেই সময়ত তাত মনচুপ্ হৈ থকা বিষ্ণুপ্ৰসাদ দুৱৰা আৰু হাকিম যোগেন্দ্ৰনাথ বৰুৱা, তিনিও আমাৰ অভিভাৱক হৈ পৰিল। গৌৰীপুৰৰ ৰাজা বাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱাই আমাক বন্ধুপুত্ৰ বুলি নিগাজীকৈ নিবলৈ মানুহ পঠালে। কিন্তু গোহাঞিবৰুৱাহঁতে আলচ কৰি, জানোচা আমি বঙালী হৈ যাওঁ এই সন্দেহ কৰি, আমাক নপঠিয়ালে। আমাৰ মাজুদেউতা নিধিৰাম বৰুৱা আছিল অপুত্ৰক। উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত থাকে। দেউতাৰ মৃত্যুৰ বাতৰিত মাজু দেউতাই আমাক নিবলৈ বুলি উত্তৰ গুৱাহাটীৰপৰা হাবাথুৰি খাই তেজপুৰ ওলালহি। গোহাঞিবৰুৱা-দুৱৰা-বৰুৱাসকলে ভাবিলে উত্তৰ গুৱাহাটী গাঁৱলীয়া ঠাই, আমাৰ ভাল নহ'ব। মাজু দেউতাৰ অনুৰোধ তেওঁলোকে ৰক্ষা নকৰিলে। মাজু দেউতাৰ হিয়া ভাগি গ'ল আৰু অতি হতাশ মনেৰে নিশাটো তেজপুৰ ৰেলষ্টেচনৰ প্লেটফৰ্মৰ মজিয়াত কটাই পিছদিনা উত্তৰ গুৱাহাটীলৈ উভতি গ'ল। শ্বিলং ভাল ঠাই—আমাৰ পঢ়াশুনা ভাল হ'ব, এই ভাবি শ্বিলঙত থকা আমাৰ ডাঙৰ বাইদেউ স্বৰ্ণলতা আৰু ভিনিহিদেউ ভৈৰৱচন্দ্ৰ বৰুৱাৰ ঘৰলৈ আমাক পঠাই দিলে। ফুনুৰ উৎপাতত তৎ নাপাই বাইদেউ ভিনিহিদেৱে তেওঁক নগাঁৱৰ মৰিকলঙত থকা আমাৰ সৰু মোমাইদেউ জ্ঞানদা ভূঞাৰ ঘৰলৈ পঠাই দিলে। এইখিনিতে মোৰ দ্বিতীয়বাৰলৈ ভ্ৰাতৃৰ লগত বিচ্ছেদ ঘটিল। প্ৰথমবাৰ আছিল ডাঙৰ বাইদেউৰ বিয়াৰ পিছত মই শ্বিলঙলৈ যোৱাত। মৰিকলং, নগাঁও, গুৱাহাটী আদিত শিক্ষালাভ কৰি ফুনু জ্যোতিপ্ৰসাদৰ সৈতে কলিকতা পায়গৈ। তাতে ফুনুৱে যাদৱপুৰ টেক্‌নিকেল্ স্কুলত নাম লগায় আৰু জ্যোতি নেশ্যনেল্ স্কুলৰ প্ৰৱেশিকাত ভৰ্তি হয়। পিছত আমি, অৰ্থাৎ মই, ফুনু আৰু জ্যোতি কাৰো লগত কোনেও সম্পৰ্ক নৰখাকৈ বেলেগ বেলেগ ঠাইৰপৰা স্বাধীনতা সংগ্ৰামত যোগদান কৰোঁ। জ্যোতি বিদেশলৈ যায়। ফুনুৱে দুই এবাৰ গ্ৰেপ্তাৰ হৈ

নগাঁও গুৱাহাটী আদিত অনাই-বনাই ঘূৰি ফুৰে। মই তেজপুৰ জেলৰপৰা ওলাই বেনাৰস হিন্দু ইউনিভাৰচিটিৰ ইঞ্জিনিয়াৰিঙত ভৰ্তি হওঁ। দ্বিতীয় বাৰ্ষিকৰপৰা এৰি কলিকতাত প্ৰথম অসমীয়া গীতৰ গ্ৰামোফোন ৰেকৰ্ড কৰি গুৱাহাটীতে থিতাপি লওঁহি। প্ৰায় দহবছৰ এৰা-এৰিৰ পিছত ফুনুও আহি মোৰ লগ লাগে। একেলগে পি. চি. বৰুৱা এণ্ড ব্ৰাদাৰ্ছ নামেৰে গুৱাহাটীৰ পাণবজাৰত বাদ্যযন্ত্ৰৰ বিপনি এখন আৰম্ভ কৰোঁ। কিন্তু কিছুদিন পিছতেই তেওঁ মোৰ লগ পুনৰ এৰি যাদৱ চলিহাৰ পৰামৰ্শক্ৰমে তেওঁলোকৰ গোসাঁইবাৰী বাগিচাৰ মেনেজাৰ কামত যোগদান কৰাত তৃতীয়বাৰলৈ দুয়ো এৰাএৰি হওঁ। ১৯২৯ চনত গোসাঁইবাৰী বাগিচা বিক্ৰী হোৱাৰ পিছত তেওঁ আহি মই আৰম্ভ কৰা, অভয়পুৰ অৰণ্যত প্ৰথম কাম কৰিবলৈ লোৱা শ্লিপাৰ চাপ্লাই ব্যৱসায়ত যোগদান কৰেহি। এই কামৰ বাবে নেপালী কৰতিয়াল আনিবৰ বাবে ফুনুক নেপাললৈ পঠিওৱা হয়। আৰু চাৰিশ জোৰা অৰ্থাৎ ৮০০ জন কৰতিয়াল আনি অভয়পুৰ অৰণ্য আৰু মথুৰাপুৰ গ্ৰাণ্ট ভৰাই দিয়েহি। এই অৰণ্য আৰু গ্ৰাণ্টৰ মাটিত থকা এশ-দুশ বছৰীয়া, সলসলীয়া পোন, মণিৰ নোৰৰা ওখ হোলোং গছৰ শ্লিপাৰ কটা কাম কৰতিয়ালসকলৰ দ্বাৰা কৰোৱাই প্ৰভূত লাভবান হওঁ। এই কামত তেওঁৰ দক্ষতাই আমাক বিশেষ উপকৃত কৰিছিল আৰু তাৰবাবে তেওঁ সকলো সংশ্লিষ্টজনৰপৰা প্ৰশংসিত হৈছিল। তাৰ পিছত আমি বেতৰ মহল লৈ কলিকতাৰ বেতৰ ব্যৱসায়ত সোমাওঁ। এই বেতৰ মহলবিলাক আছিল জামুগুৰিৰ ৰেল ষ্টেশ্যনৰপৰা ডিমাপুৰলৈকে বিস্তৃত, নগাসীমান্তত অৱস্থিত। বহুবছৰ পূৰ্বে এই ব্যৱসায় প্ৰথম অসমীয়া বুলি ৺হৰিবিলাস আগৰৱালাই বঙ্গদেশৰ হাওড়াত গুদামঘৰ পাতি চলাইছিল আৰু তাৰো বহুবছৰ আগৰ-পৰাই আৰু বহু বছৰ পিছলৈকে এই ব্যৱসায় কলিকতীয়া চাৰিঘৰ বঙালী মানুহৰ পুৰুষানুক্ৰমে একচেটিয়া কাৰবাৰ আছিল। সেই সময়ৰ Conservator of Forests অসমীয়া প্ৰেমী মিঃ মিলৰই চাহাবে এই এটাইবিলাক মহল মোৰ নামত তিনি বছৰলৈ বন্দৱস্তী দিয়াত এই বঙালী কেইঘৰ বেতমহলৰপৰা উচ্ছেদ হয় আৰু আমাক শত্ৰুতা কৰিবলৈ আৰম্ভ কৰে। শেহত আমাৰ সাময়িক ব্যৱস্থাত পুঁজি যোগোৱা অংশীদাৰ ৺লাডুৰাম আগৰৱালাক হাত কৰি কলিকতা হাইকোৰ্টত আমাক সাত বছৰলৈকে



যুঁজত নমালে। আমাৰ বেতমহলৰ ব্যৱসায় বেয়া হ'বলৈ ধৰিলে যদিও মহলবিলাকৰপৰা বেত উলিয়াই স্থানীয় বজাৰত বেচা কাম শ্ৰীমান ফুনুৱে কাকো ভ্ৰূক্ষেপ নকৰাকৈ আমাক আৰ্থিক সংকটৰপৰা ৰক্ষা কৰিছিল। ১৯৩৯ চনত আমাৰ মহলবিলাক অসমীয়াৰ হাতত থাকক বুলি ভাবি তিতাবৰৰ হাজৰিকা পৰিয়ালৰ ফাইজ আহমদক গটাই আমি আমাৰ বেতৰ মহলৰ উদ্যোগৰ তাতেই সমাপ্তি ঘটাওঁ।

১৯৩৭ চনৰ এপ্ৰিল মাহত যাদৱ চলিহাই পুনৰ ফুনুক বৰকৈ বিচৰাত, ফুনুৱে মোৰ লগ আকৌ এৰি চলিহাৰ কৰঙ্গানি বাগিচাৰ মেনেজাৰ হয়। এই চতুৰ্থ আৰু শেষবাৰলৈ আমি দুয়ো এৰাএৰি হওঁ। ১৯৩৯ চনলৈকে কৰঙ্গানিত থাকি বাগিচাখনৰ অভূতপূৰ্বভাৱে উন্নয়ন সাধন কৰিবলৈ সক্ষম হয়। কৰঙ্গানি বাগিচাত থাকোঁতেই ফুনুৰ বিবাহ হয় ১৯৩৭ চনত। এই বিবাহ এক বিশেষ পৰিস্থিতিত সম্পন্ন হয়। যি গৰাকী পাত্ৰীৰ লগত বিবাহৰ বাবে আমি শিৱসাগৰৰপৰা জোৰোণৰ দিনা গৈ উত্তৰ গুৱাহাটী পাইছিলোঁ, সেই ঘৰৰ বংশত কাৰোবাৰ অশৌচ লগা হেতু, ছোৱালীঘৰৰপৰা বিবাহ পিছুৱাবলৈ প্ৰস্তাৱ কৰাত আমি মান্তি হ'বলৈ টান পালোঁ। ইমান দূৰৰপৰা খা-খৰচ কৰি গৈ হঠাতে বিবাহ ভঙ্গ কৰি উভতি আহিবলৈ আমাৰ আটায়ে আপত্তি কৰাত, শেহত সেই পাত্ৰীৰ লগত বিবাহ ভঙ্গ হয়। গাঁৱৰ ডেকাহঁতে ওচৰৰে আন এঘৰৰ এগৰাকী পাত্ৰীৰ সন্ধান নিশাৰ ভিতৰতে উলিয়াই, পাত্ৰী নেদেখাকৈয়ে আন এঘৰত আমাক বহুৱাই, বিবাহৰ সকলো ব্যৱস্থা কৰি দিয়াত, পূৰ্বৰ তাৰিখতে নতুন পাত্ৰীৰ সৈতে বিবাহ সম্পন্ন কৰা হ'ল। সেই কন্যা গৰাকীয়েই আজি আমাৰ ভ্ৰাতৃবধূ ক্ষীৰদাকুমাৰী বৰুৱা—দুই পুত্ৰ, তিনি কন্যাৰ মাতৃ আৰু "গান্ধীজীৰ শতবাণী সংকলন", "স্মৃতিমুখৰ ইয়োৰোপ" আৰু "দেৱস্থানম্" পুস্তকৰ ৰচয়িতা।

যাদৱ চলিহাই বাগিচাত থাকি, ভ্ৰাতৃয়ে উন্নয়ন কৰি দিয়া নিজৰ বাগিচা নিজেই চলাবলৈ সিদ্ধান্ত কৰাত, ১৯৩৯ চনত ফুনুৱে কৰঙ্গানি বাগিচাৰ মেনেজাৰৰ পদ এৰি আহি পুনৰ মোৰ লগ হয় আৰু ইতিপূৰ্বে লৈ থোৱা সুন্দৰপুৰ, আইদেউ পুখুৰী আদি বাগিচা চলোৱাত মোক সহায় কৰেহি। তেতিয়াৰপৰা তেওঁৰ মৃত্যুদিনলৈকে আমি একেলগেই বাস কৰি আছোঁ আৰু চাহ বাগিচাৰ পৰিচালনাৰ কামত লাগি আছোঁ। জীৱনৰ

উথান-পতনবিলাক দুয়ো একেলগেই ভোগ কৰি আহিছোঁ। সৰু কালত ফুনুৱে মোৰ ওপৰত সদায় প্ৰতিপত্তি বিস্তাৰ কৰি আহিছিল। কিন্তু লাহে লাহে পিছলৈ তেওঁ মোৰ ওপৰত প্ৰভাৱ খটুওৱাটো দূৰৰে কথা, মোৰ প্ৰতি অগাধ স্নেহ আৰু শ্ৰদ্ধা সহকাৰে চলিছিল।

তেওঁ স্বাস্থ্যবান, কষ্ট-সহিষ্ণু আৰু তীক্ষ্ণ বুদ্ধি-সম্পন্ন আছিল। কলিকতাত থকা কালত অসমবীৰ বলীনাৰায়ণ বৰুৱাৰ সৈতে সমানে শৰীৰ চৰ্চা আৰু মটৰ গাড়ী ৰখোৱাকে আদি কৰি শৌৰ্য-বীৰ্যৰ অসাধাৰণত্ব প্ৰদৰ্শন কৰিব পাৰিছিল। তেওঁৰ সদা হাস্যময় মুখে মানুহৰ মন শীঘ্ৰে জয় কৰিব পাৰিছিল। য'তেই হওক, তেওঁ তেওঁৰ শাৰীৰিক শক্তিৰ পৰীক্ষা দেখুৱাবলৈ পালে আনন্দ লাভ কৰিছিল। তেওঁক লগ পাই যোৱা মানুহে পিছত মোক লগ পালে কৈছিল, "আচৰিত আপোনাৰ ভায়েক, আপোনাক ইমান ভাল পায়, আমি বৰ্ণাব নোৱাৰোঁ ইত্যাদি। তেওঁৰ এইশাৰী কথাই মোক সাৰ্থক কৰিছে। যি কেইটি দিন মোৰ আৰু বাকী আছে এই কথাই মই সদায় সুঁৱৰি ভ্ৰাতৃস্নেহৰ ঋণ পৰিশোধ কৰাই হ'ব মোৰ কাম্য। জীৱনত সকলো হয়তো বহুত দুখ মই তেওঁক দিছিলোঁ। সেই সকলো দোষৰ ক্ষমা অকপট চিত্তে আজি মই বিচাৰিছোঁ। তেওঁ মোক ভাল পায়; তেওঁ মোক ক্ষমা কৰিব। তেওঁ ধন্য, তেওঁ জয়ী।



শ্ৰীমতী ক্ষীৰদাকুমাৰী বৰুৱা

## স্বামীক সুঁৱৰি

উত্তৰ-গুৱাহাটীৰ শিলসাঁকোৰপৰা কিছু আঁতৰত থকা ৰুদ্ৰেশ্বৰৰ লেখাৰু পৰিয়ালৰ ছোৱালী এগৰাকীৰ লগত জয়মতী কথাছবি লাণ্ডি গদাপাণিৰ ভাও লোৱা ফুনু বৰুৱাৰ বিয়া বুলি শুনি বান্ধৱীসকলৰ সৈতে বিয়ালৈ যাবলৈ আশাকৰি কথা-বতৰা পাতিছিলোঁ। কথাছবিৰ নায়কজনক আটায়ে চাবলৈ পাম বুলি আমাৰ ৰঙত তত নাছিল। সেইটো আছিল ১৯৩৭ চনৰ ডিচেম্বৰ মাহ। হঠাতে শুনিবলৈ পালোঁ, ছোৱালীৰ বৰদেউতাকৰ বোৱাৰী এগৰাকীৰ সময়ত এটি সন্তান জন্ম হোৱাত বিয়াখন নহ'বগৈও পাৰে। পিছত শুনিবলৈ পোৱা হ'ল যে, দৰাপক্ষৰ আৰু ছোৱালীৰ দেউতাককে মুখ্য কৰি দুয়োপক্ষৰ মুখীয়ালসকলে আলোচনা কৰি এটা সিদ্ধান্ত লৈছে যে, বৰ্তমান সকলো যোগাৰ হ'ল যেতিয়া নিমন্ত্ৰিত লোকসকলক অভ্যৰ্থনা জনাব আৰু দৰাও ছোৱালীৰ ঘৰলৈ গৈ মালা বদলি কৰি শুভকামখিনি সমাধা কৰিব। বৈদিক কামখিনি এমাহৰ মূৰত কৰি ছোৱালী দৰাঘৰলৈ আনিব। এই কথা দুয়োপক্ষৰ মাজত আলোচনা হৈছিল যদিও দৰাপক্ষৰ-পৰা এইটো সঁচাকৈয়ে কৰিব নে নকৰে এই বিষয়ে সন্দিহান হৈ সুধিছিল, "আপোনালোকৰ পিছত মনৰ পৰিৱৰ্তন হ'ব পাৰে নে কি? যদি সেইটো হয় তেনেহ'লে দূৰণিবটীয়া আত্মীয়-স্বজনসকলক খবৰ দিওঁ যে বিয়া এমাহলৈ পিছুৱালে। এই খবৰ পালে মিছাতে ইমান দূৰৰপৰা এনেয়ে আহিব লগীয়া নহ'ব।" তেওঁলোকৰপৰা আশ্বাস পাই নিশ্চিন্তমনে বিয়াৰ যা-যোগাৰ কৰাৰ, বয়-বস্তু অনা-মেলাৰ আৰু দূৰণিবটীয়া আত্মীয়-স্বজনসকল অহাৰ পিছত ছোৱালীৰ দেউতাকৰ মনৰ পৰিৱৰ্তন হৈ জোৰোণৰ আগদিনা সন্ধিয়া বিয়াখন এমাহ পিছুৱাবলৈ বুলি দৰাপক্ষক ধৰিলে আৰু এইটো নকৰিলে এই বিয়াখন নহ'ব বুলি জনালে। এই কথাত দৰাপক্ষৰ লোকসকলে বৰ অপমানিত বোধকৰি ৰাতিটোৰ ভিতৰতে ছোৱালী ঠিক কৰি একে তাৰিখতে যেনে-

তেনে বিয়াখন পাতিবলৈ উঠি পৰি লাগিল। মোৰ একমাত্ৰ পেহীদেউ স্বৰ্গীয় প্ৰতিমা বৰুৱা ( ৺চুম্বিতৰাম বৰুৱাৰ পত্নী ) দৰাৰ নবৌৱেক। তেখেতসকলে কেনেকৈ জানো মোৰ কথা জানিলে নাজানো। হয়তো মোৰ ৺পেহীদেৱেই কৈছিল। ইমান আকস্মিকভাৱে কেনেকৈনো মোক বিয়া দিয়াৰ কথা ভাবিছিল, মই এতিয়াও ভাবি আচৰিত হওঁ। তেতিয়া মই মাথোঁ চৈধ্য বছৰীয়া ছোৱালী। মোৰ ডাঙৰ ককাইদেউ চাৰিজনৰ তিনিজনেই ঘৰত নাছিল। দ্বিতীয়জন ককাইদেউৰ সৈতে ভাই-ভনী দুটিৰ সৈতে মোৰ মা আৰু মইহে ঘৰত আছিলোঁ। ৺পেহীদেউৰ ইচ্ছানুযায়ী বিয়াখন ঠিক কৰা হয়। মোৰ মা স্বৰ্গীয় দেউতাৰ তৃতীয় পক্ষৰ স্ত্ৰী। তেতিয়া ৩৩।৩৪ বছৰীয়া বিধবা। মোৰ মাতৃয়ে বয়োজ্যেষ্ঠা ৺পেহীদেউৰ আগত কথা কবলৈকে সঙ্কোচ কৰে। এনে অৱস্থাৰ কাৰণেই ৺পেহীদেউ আৰু দৰাপক্ষৰ লোক লগ হৈ মাৰ ওচৰলৈ আহি বিয়াখন ঠিক কৰিলে। তেতিয়ালৈকে মই সমূলি একো নেজানিছিলোঁ।

এতিয়া পিছদিনা পুৱালৈ আহোচোন। ১৩ ডিচেম্বৰ ১৯৩৭ চনৰ পুৱাতে এইয়া ঘৰখনত কিহৰ উতুলি মুতুলি লাগিছে? ৺জেঠাইদেউ, ৺পেহীদেউহঁতৰ ঘৰৰ পৰিয়ালৰ ভাই-ককাইহঁতৰ অহা-যোৱা, চুবুৰীৰ মানুহৰ অহা-যোৱাৰ ব্যস্ততা। কিবা এটা অস্ফুট অথচ উত্তেজনামূলক কথাৰ আলোচনা। কি হৈছে একো ধৰিব পৰা নাই।

বাৰান্দাৰ বেঞ্চ এখনত মোৰ মা বহি আছে। দীঘল ধুনীয়া চুলিকোছা মেল খাই মাটিত লাগোঁ লাগোঁ হৈ থকা মোৰ মাৰ সেই চেহেৰাটো আজিও মোৰ চকুৰ আগত ভাঁহি আছে। মাক সকলোৱে কিবা বুজাবলৈ চেষ্টা কৰিছে আৰু মোৰ মায়ে "এইটো কেতিয়াও হ'ব নোৱাৰে" বুলি কোৱা শুনিছিলোঁ। মাই মোক মাতি এবাৰ ক'লে, "যাচোন, চাদৰখনত লুটিয়াবলৈ থকা ফুলৰ কাঠি কেইটা লুটিয়াই সোনকালে শেষ কৰগৈ।" তাঁতশালত আধাসূতাৰ চাদৰৰ গুণাৰ ফুলৰ কেইটামান কাঠি লুটিয়াবলৈ আছিল। মই সোনকালে চাহ খাই উঠি ফুলৰ কাঠি কেইটা লুটিয়াবলৈ লৈছোঁ। এনেতে আমাৰ ঘৰৰ নিচেই কাষতে থকা বয়োবৃদ্ধা বাইদেউ এগৰাকী আহি মোক ক'লেহি, "তই আজিও তাঁতৰ পাটত বহিব নেলাগে দে, মই ফুলৰ কাঠি কেইটা লুটিয়াই শেষ কৰি দিওঁ।" মই তাঁতশালৰপৰা উঠি



তেতিয়াহে বাহিৰলৈ আহি দেখোঁ—আমাৰ গাঁৱৰ ককাই-ভাই আৰু পোৱাভেটিৰ ককাইহঁতে বাঁহ কটাই বাঁহ কাটিছে, চোতাল চুকুকিছে, চোতালত গাঁত খান্দি খুটা পুতিবলৈ লৈছে! অ' ৰাম এইখন কি হৈছে? মই একো ধৰিবকে পৰা নাই। এনেতে মোৰ ভাই বাপুৱে আহি ক'লেহি, "বাইদেউ, আজি আমাৰ ঘৰত কাৰোবাৰ বিয়া পাতিছে।" মই আচৰিত হৈ ক'লোঁ, "ধেৎ, কাৰ বিয়া হ'ব?" কিন্তু মোতকৈ ডাঙৰ চাৰিজন ককাইদেউৰ তিনিজনেই অবিবাহিত, তেওঁলোক কাৰোবাৰ বিয়া হ'ব পাৰে নে কি? তেতিয়াও কল্পনা কৰিব পৰা নাছিলোঁ যে ঘৰখনত মোৰ নিজৰেই বিয়াৰ আয়োজন চলিছে। কিশোৰী অৱস্থা পাৰ হৈ যৌৱনৰ দুৱাৰ দলিত প্ৰবেশ কৰোঁ-নকৰোঁতেই, বিয়া কি বস্তু, তাৰ ৰহস্যই বা কি—এইবিলাক একো কথাৰ ভু-নোপোৱাকৈয়ে ১৯৩৭ চনৰ ১৪ ডিচেম্বৰ তাৰিখে আকস্মিকভাৱে এৰাতিৰ ভিতৰতে মোৰ বিধৱামাৰ মনৰ নানা শঙ্কা আৰু ভয়ৰ মাজেৰে, মোৰ মাৰ ওপৰত যথেষ্ট কৰ্তৃত্ব থকা পেহীদেউৰ একান্ত ইচ্ছাত মাৰ প্ৰবল আপত্তি সত্বেও, ৩৭ বছৰীয়া সুন্দৰ-সুঠাম-সুস্বাস্থ্যৰ গৰাকী "জয়মতীৰ" নায়কজনৰ লগত মোৰ শুভবিবাহ সম্পন্ন হ'ল। সেই সময়ৰ প্ৰথা অনুযায়ী হোমৰ গুৰিত পেহীদেউৰ সৰু ল'ৰা বাপধন দাদা আৰু ৺আপীবায়ে কইনা ধৰিছিল। বিয়াৰ শুভকাম হৈ থকা সময়ত মই তেওঁলোকৰ গাতে আঁউজি শুই আছিলোঁ, বিয়াৰ একো কথাই মই গমেই নেপালোঁ। তেতিয়ালৈকে ইহজীৱনৰ সুখ-দুখৰ ভাৰ লওঁতা মোৰ স্বামীক মই দেখা পোৱা নাছিলোঁ। প্ৰথমতে ওচৰৰপৰা দেখিলেও মই ভাগিন ছোৱালীহঁতৰ ওচৰলৈ আঁতৰিহে আহিছিলোঁ। এমাহ পিছতহে তেখেতক মই ভালকৈ লগ পাইছিলোঁ, যদিও ইমান ওখ শকত আৱত, বয়সত মোতকৈ ডাঙৰ মানুহজনৰ প্ৰতি প্ৰথমে মৰম বা ভাল পোৱাতকৈয়ো ভয়-শঙ্কাই মোক আগুৰি ধৰিছিল। সেই ভয়-শঙ্কা কিন্তু তেখেতক জনাৰ পিছৰপৰা নোহোৱা হৈছিল। বাহিৰৰপৰা বজ্ৰৰ দৰে কঠোৰ মানুহজনৰ মনটো অতি কোমল আছিল। ৪৫ বছৰীয়া এই দীঘলীয়া বিবাহিত জীৱনত তেখেতে কোনো দিনেই মোক এষাৰ টান কথা নকৈছিল। মই দুখ পোৱা কাম পৰাপক্ষত কেতিয়াও নকৰিছিল। বয়সৰ পাৰ্থক্যৰ কাৰণেই বা আন কিবা কাৰণত আমাৰ মাজে-মাজে কোনো কথাত মন নিমিলিলেও আমাৰ

মাজত এই কথা লৈ বুজা-বুজি আছিল। কেতিয়াবা যে মোৰ ওপৰত খং নুঠে বা বেয়া যে নেপায় এনে নহয়; কিন্তু ভালকৈ মাত এষাৰ দি কথা এষাৰ ক'লেই সকলো পাহৰি পেলাইছিল। আমাৰ দুয়োৰো মাজত স্বামী-স্ত্ৰীৰ মৰম ভালপোৱাটো আছিলেই—তাতোকৈ দুয়োজনৰ প্ৰতি দুয়োজনৰে শ্ৰদ্ধা আছিল। তেখেতে জীৱনত শেষদিনলৈকে মোক যি মৰম, শ্ৰদ্ধা, সন্মান দি থৈ গৈছে, সেয়া মোৰ বিধৱা-জীৱনত ভৱিষ্যৎ চলাৰ পথত পৰম পাথেয়।

ল'ৰাবপৰা বয়সীয়া লোকলৈকে সকলো বয়সৰ সকলো শ্ৰেণীৰ মানুহৰ লগত সহজে মিলিব পৰাটোৱেই তেখেতৰ চৰিত্ৰৰ বৈশিষ্ট্য আছিল। বিয়াই সবাহে, আপদে বিপদে যথাসময়ত গৈ মাত এষাৰ লগাবলৈ সদায় গৈছিল। পৰাপক্ষত সাংস্কৃতিক অনুষ্ঠান আদি চাবলৈ নোযোৱাকৈ নেথাকিছিল। তেখেতে নামতকৈ কাম কৰিহে ভাল পাইছিল। অৰ্থৰ অভাবত পঢ়াশুনা কৰিবলৈ অসুবিধা হোৱা শিক্ষাৰ্থীক তেখেতে সদায় সহায় কৰিছিল। বয়সীয়া লোকক, অক্ষম লোকক, ৰোগীক প্ৰায়ে মৰমৰ চকুৰে চাই টকা-পইছা কাপোৰ-কানি যি হয় দি সহায় কৰিছিল। শিৱসাগৰৰ বজাৰখনৰ কেইবাজনো মাছ, শাক-পাচলি আদিৰ ব্যৱসায়ীক টকা দি সহায় কৰাৰ কথা তেখেতৰ মৃত্যুৰ পিছত তেওঁলোকে কোৱাতহে জানিব পাৰিছিলোঁ।

জীৱনৰ শেষছোৱাৰ ফালে প্ৰায়ে সন্ধিয়া খোজ কাঢ়ি ফুৰিবলৈ গৈছিল। মই কিবা কামত ওলাই গৈ কেইবাদিনো কানাইৰ দোকানৰ সন্মুখত চকী এখনত বহি থকা আৰু এজাক ল'ৰাৰ লগত কথা পাতি থকা দেখি গাড়ী ৰখাই ঘৰলৈ আহিবলৈ লগ ধৰিলেই কৈছিল, "মই খোজ কাঢ়িহে আহিছোঁ। খোজকাঢ়ি যাম, তুমি যোৱাঁগৈ।" মই ওলাই যাওঁতে দুই তিনি দিন এইদৰে বহি থকা দেখাৰ পিছত এদিন কৈছিলোঁ, "আপুনি ডেকা ল'ৰা জাকৰ মাজত গৈ কেলেই বহেগৈ? ল'ৰাহঁতে চিগাৰেট আদি খাব পাৰে, আপুনি বহিলে বেয়াওতো পাব পাৰে।"

হাঁহি এটা মাৰি তেখেতে মোক কৈছিল, "হেৰা মই নবহোঁ নহয়। ল'ৰাহঁতেহে ভিতৰৰপৰা চকীখন আনি মোক বহিবলৈ দিয়ে। পুৰণি দিনৰ, নতুন দিনৰ আৰু থিয়েটাৰ আদিৰ কথা সোধে। মোৰো ল'ৰাহঁতৰ লগত কথাবতৰা পাতি ভাল লাগে, সেই কাৰণেহে বহোঁ।" এই কথাটো



এখেতৰ মৃত্যুৰ পিছত মাত লগাবলৈ অহা কানাই আৰু মুনক মই কৈছিলোঁ। সদায় হাঁহি মুখেৰে মাতষাৰ দিয়া সেই কানায়ো আজি ইহ জগতত নাই।

শাক-পাচলিৰ বাৰীখন চকুত লগাকৈ কৰোৱাটো আৰু বাৰীখনত ফলমূলৰ গছ ৰোৱাটোত তেখেতৰ বৰ চখ আছিল। বাৰীত নিজ হাতেৰে ৰোৱা নাৰিকল, আম, জামু, পনিয়ল, লিচু, বগৰী, আমলখি, শিলিখা, কৰ্দৈ, অমৰা, তেজপাত, বেল, শ্ৰীফল, ডিমৰু, ৰবাবটেঙা, কঁঠাল, মধুৰী, নেমু, জলফাই ইত্যাদিৰ প্ৰত্যেক জোপা গছ তেখেতৰ বৰ মৰমৰ আছিল। তেখেতৰ শাকনিখনত আৰু বাৰীখনত যেনেকৈ চখ আছিল, মোৰ তেনেকৈ ফুলনিখনত চখ আছিল। এই কাৰণে মালীটোক লৈ আমাৰ দুয়োৰো মাজত প্ৰায়ে টনাটনি হৈছিল। ফুলনিখন আৰু শাকনিখন লৈ আমাৰ মাজত প্ৰতিযোগিতা হোৱাদি হৈছিল। শাক-পাচলি, ফলমূল নিজে আগত থাকি অনাই ঘৰত আৰু চুবুৰীয়াক বিলাই দিবলৈ ভাল পাইছিল। তেখেতৰ অবিহনে আজি শাকনি-ফুলনিও মৰহি গৈছে।

তেখেত জীয়াই থকা সময়ত হয়তো তেখেতৰ মূল্যাঙ্কন কৰিব পৰা নাছিলোঁ। এতিয়া তেখেতৰ মৃত্যুৰ পিছত তেখেতৰ অভাৱ, অনুপস্থিতিত তেখেতৰ মহান ব্যক্তিত্বৰ কথা শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। বিবাহিত জীৱনত যাৰ সান্নিধ্যই মোক সম্পূৰ্ণ কৰি ৰাখিছিল, সেইজনাৰ অভাৱত চাৰিওফালে মহাশূন্যতাই মোক আৱৰি ধৰিছে।

শ্ৰীমতী জয়শ্ৰী চলিহা

## আমি কন্দা নাই

১৯৮২ চনৰ ৯ অক্টোবৰ শনিবাৰৰ ৰাতিপুৱা। মামাইঁতৰ মালীয়ে আহি খবৰ দিলেহি—"সৰুদেউতা আৰু নাই।" আমাৰ সকলোৰে মৰমৰ সৰুমামা আৰু নাই? শেষ শয্যা ল'লে—ৰাজধানী দিল্লীত ৰাজুৰ ঘৰত। চকু থাই উঠিলোঁ। আৰু মাত্ৰ কেইদিনৰ পাছতে—তেওঁৰ অতি মৰমৰ শিৱসাগৰ ঘৰলৈ ঘুৰি অহাৰ প্ৰস্তুতি চলিছিল; আমিও সেই আশাৰেহে বাট চাই আছিলোঁ।

এক মহাশূন্যতাই মোক স্তব্ধ কৰি দিলে—খন্তেকৰ বাবে। দিল্লীত মামীদেউ আৰু ৰাজু অকলে। শুনিছোঁ জোঁৱাইও বোলে জাৰ্মানীত। পৰিয়ালৰ মানুহবোৰ ঠায়ে ঠায়ে সিঁচৰতি হৈ আছে—মামাইঁতৰ ঘৰ খালি। তথাপি আমি তালৈকে আহিলোঁ। শূন্যঘৰৰ নীৰৱতাই আমাক আৰু ম্ৰিয়মান কৰি তুলিলে। কিন্তু সেয়া বেছি পৰ নাথাকিল—বনজুইৰ দৰে ইতিমধ্যে খবৰটো চহৰত বিয়পি পৰিল—লগে লগে চাৰিওফালৰপৰা ফোন আৰু খবৰ লওঁতা মানুহৰ সোঁত অবিৰাম ববলৈ ধৰিলে।

আজি এইখিনি লিখিবলৈ বহি বহুতো কথাই মনলৈ আহিছে। মনটো গধুৰ হৈ পৰিছে—দুঃখে-শোকে হেঁচা মাৰি ধৰিছে।

সৰুতেই দেউতাৰ লগত "ফুনু-দাদা"ইঁতৰ ঘৰলৈ প্ৰথম আহিছিলোঁ। দেউতা (জ্যোতিপ্ৰসাদ) আহিছিল—সদৌ অসম শিল্পী সন্মিলনৰ অধিবেশনৰ সভাপতিৰূপে তেওঁৰ সপোনৰ শিল্পীৰ-পৃথিৱীখনৰ কথা কবলৈ—শিল্পীৰ মাজলৈ। মোক আৰু মোৰ ভনী জ্ঞানশ্ৰীক আনিছিল আবৃত্তি কৰাবলৈ। সেই কেইদিন "ফুনু দাদাৰ" মৰম পাই আমি ডিব্ৰুগড়লৈ ঘূৰি যাবকে খোজা নাছিলোঁ। সেই সেউজীয়া দিন কেইটাৰ কথা মাজে মাজে উলিয়াই "বন্ধু জ্যোতিৰ" কথা কবলৈ আৰম্ভ কৰিলে—তেওঁৰ কথাৰ ওৰেই নপৰে, স্পৰ্শকাতৰ হৈ পৰে। "ফুনু দাদা"ৰ অন্তৰত জ্যোতিৰ নাম চিৰ জ্যোতিষ্মান হৈ আছিল।



মাজতে বহুত দিন তেখেতক লগ পোৱা নাছিলোঁ। হঠাৎ আমাৰ মা ঢুকাল—আমি তেতিয়া তামোলবাৰী চাহ-বাগিচাত। দেউতাৰ বন্ধু বুলি ফুনুদাদা, আৰু আমাৰ বান্ধৱী বুলি বিজু আমাৰ দুখৰ সমভাগী হৈছিলগৈ। বগা ধুতি চোলাৰ ওপৰত ক'লা অভাৰকোটটো পিন্ধি যোৱা তেওঁৰ চেহেৰাটো মোৰ মনত এতিয়াও জিলিকি আছে। ফুনু দাদাকো লাহে লাহে লগ নোপোৱা হ'লোঁ।

বিয়াৰ পাছত শিৱসাগৰলৈ আহিলোঁ—তেওঁৰ ভাগিন বোৱাৰী হৈ। কৈছিল, "লুইতৰ পানী কেনেকৈ বয় দেখিছ নহয় মা? ছোৱালী মানুহবো ঠিক তেনেকুৱাই। তই ঠিকে আছতো মা।" নতুন ঘৰৰ নতুন পৰিৱেশত মিলি যাবলৈ সৰু মামাৰপৰাই পাইছিলোঁ সাহস আৰু মনোবল। সৰু মামাৰ ওচৰত বহিলে বহুত পুৰণা কথা ওলায়। প্ৰথম অসমীয়া কথাছবি "জয়মতী" কৰাৰ সময়ত ৰাইজে কেনেকৈ অকুণ্ঠ সহায়-সহযোগ আগবঢ়াইছিল গদাপাণিয়ে বনৰীয়া ভালুকৰ লগত যুঁজ কৰা দৃশ্যটোৰ পাছত ভালুকটোনো কেনেকৈ মাৰিলে—সেইকথা শুনি আমি হাঁহোতে কৈছিল "একে চেঁপাতে নাৰিকল ভাঙিব পাৰোঁ জান"? সৰু মামাৰ ওচৰলৈ গ'লে তেওঁৰ নিজস্ব স্বাভাৱিক মিচিকিয়া হাঁহিটোৰে পিঠিত আশীৰ্বাদৰ চাপৰ কেইটা মাৰি সুধিছিল, "কেনে আছ? বহ"। যোৱা জয়মতী উৎসৱত "ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আৰু জয়মতী"খন জয়সাগৰত দেখুৱাইছিল। ছবিখন চাই থাকোঁতে তেওঁৰ মোলৈ মনত পৰিল। পিছদিনা লগ পাওঁতে কৈছিল "বেয়া নেপাবি-মা, মোৰ ভুল হৈ গ'ল—তোক যে নিয়া নহ'ল", যেনেকৈহে কৈছিল—যেন বৰ ডাঙৰ জগৰ লগালে!

মামাইঁতৰ পৰিয়ালত ইটোৰ প্ৰতি সিটোৰ বৰ টান। কোনেও কাকো এৰি নেথায়। মামাইঁত বহাৰ লগে লগে সকলো আহিব লাগে—বেলি কৰিলে বেয়া পায়। আজি অতদিনে দেখি আহিছোঁ—দুই ককাই-ভাই, ভাই-বোৱাৰী, ভতিজা, ল'ৰা-ছোৱালী, নাতি-নাতিনী—সকলোবোৰ ডাঙৰ টেবুলখনত একেলগে বহি খোৱা। তাৰ ভিতৰতে থাকে কত মান-অভিমান। মৰমৰ জৰীডাল কিন্তু কোনেও ছিঙিব নোৱাৰে। ঘৰত বিয়া বাৰু নাইবা কিবা উৎসৱ হ'লে নাচ-গানৰ 'আসৰ' এদিন বহিবই। সৰু-বৰ নিৰ্বিশেষে সকলোৱে ভাগ লব লাগিব। মই বোৱাৰী হৈ অহাৰ পাছত

সৰু মামাৰ গান-শুনাৰ ভাগ্য হৈছিল। আৰু থিয়েটাৰ আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱত কৰা ভাওনা এখন চোৱাৰো সৌভাগ্য ঘটিছিল। তেখেতৰ অভিনয় যেয়ে দেখিছে—তাক পাহৰিব নোৱাৰে।

মই মাজতে অলপদিন গুৱাহাটীত আছিলোঁ। মামাক এদিন দুপৰীয়া ভাত খাবলৈ মাতিছিলোঁ। মামা আগফালৰ বাৰান্দাত বহিবলৈহে পালে, বাটেৰে যোৱা মানুহে বৈ বৈ কথা পাতিবলৈ লাগিল। বাটকুৱা মানুহৰ লগতো তেওঁৰ কি ইমান কথা, সোধাত লাহেকৈ ক'লে—"চিনাকী-'অ'।" ভাত খাই উঠি অলপ জিৰাই লৈ তেওঁ আমাক মিঠাই আৰু বাদাম খুউৱাৰ কথা উলিয়ালে। পাণবজাৰৰ মধুমিতালৈ বুলি ওলালোঁ। লতাশিল গৈ পাইছোঁহে মাথোঁ মামাৰতো চিনাকী ওলালেই। পোনতে (এতিয়া স্বৰ্গীয়) জীৱেশ্বৰ গোস্বামীদেৱ। এতিয়া ৰাজপথতে আৰম্ভ হ'ল—পৰিচয়-পৰ্ব। সেইদিনা কিমান যে মানুহৰ লগত আমাক চিনাকী কৰি দিলে। মধুমিতা পাওঁতে সন্ধিয়া লাগোঁ লাগোঁ। আমাক খুৱাই মামাই কিন্তু বৰ আনন্দ পালে। এতিয়া সেইবোৰ কথা সঘনে মনলৈ আহিছে। তাৰ পাছৰপৰাই মামাৰ ইটো-সিটো অসুখ হ'বলৈ ধৰিলে। বম্বেত চিকিৎসা কৰি অহাৰ পাছত বহুতদিনলৈকে ভালে আছিল। কৈছিল, "দেখিলি যমক কেনেকৈ চাবিবাৰ ঘূৰাই পঠালোঁ?" কাৰণ, তেওঁৰ বোলে মেলাচকৰৰ নামঘৰটোৰ কাম এতিয়াও অলপ বাকী।

গুৱাহাটীৰপৰা শিৱসাগৰলৈ অহাৰ পাছত মামাহঁতৰ ঘৰখনক এদিন দুপৰীয়া খাবলৈ মাতিলোঁ। সৰুমামা আগতেই আহিল। ভাত খাবৰ হৈছে—এনেতে বৰ মামাৰপৰা ফোন পালে যে তেওঁৰ অলপ বেলি হ'ব। পিছপাকতে আকৌ ফোন কৰি জনালে যে তেওঁ আৰু দুগৰাকী আলহী লৈ আহিব। আলহী দুগৰাকী হ'ল—বিখ্যাত অভিনেত্ৰী জুলিক্ৰিষ্টী আৰু তেওঁৰ বন্ধু সাংবাদিক ডানকান কেম্বেল। অনিমন্ত্ৰিতভাৱে অহাৰ কাৰণে আলহী দুগৰাকীয়ে স্বাভাৱিকতে প্ৰথমে অলপ সঙ্কোচ কৰিছিল। খুব হাঁহি-ধেমালি কৰি সকলোৰে লগত সেইদিনা ভাত খালে। মামাই পাছৰ ফালে কিতাপ লৈয়ে নিজকে ব্যস্ত ৰাখিছিল আৰু কিতাপৰ বিষয়বস্তু লৈ বিতংভাৱে আলোচনা কৰিছিল। তেওঁৰ আধাপঢ়া কিতাপ এখন লৈ অহাৰ বাবে তেওঁৰ এবাৰ মোৰ ওপৰত কি অভিমান! অসুখত পৰাৰেপৰা



মামাৰ অভিমানটো বেছি হৈছিল। শাক-পাচলিৰ বাৰীখন বৰ চখৰ আছিল। বাৰীৰ প্ৰতিজোপা গছৰ লগত তেওঁৰ গাঢ় সম্বন্ধ। বৰ মৰমৰ। সেইদিনা আগফালৰ বাৰান্দাত বহি মনতে ভাবিছোঁ—ঔ-টেঙা জোপায়ো নীৰৱে চকুলো টুকিছে নে কি বাৰু?—

নিশা ১১-৩০ মিনিটত গুৱাহাটী বিমানকোঠৰপৰা শৱদেহ কঢ়িয়াই অনা গাড়ীখন গেট সোমোৱাৰ লগে লগে অস্ফুট-উচুপনিৰ শব্দ শুনা গ'ল। কাঠৰ পেৰাটো ল'ৰা-ভতিজা, ভাগিন, নাতিহঁতে আলফুলকৈ দাঙি আনি আগ-চোতালৰ থাঁহনিডৰাত নমাই থ'লে।

মানুহৰ ভিৰ আৰম্ভ হ'ল। ভিৰ দি বাট পাবলৈ নাই। লাহে লাহে পেৰাৰ ঢাকোন খোল খালে—এজন এজনকৈ আটায়ে ফুলেৰে ব্যক্তিগতভাৱে আৰু আনুষ্ঠানিকভাৱে শ্ৰদ্ধাঞ্জলি জনালে—আমি ঘৰৰখিনিয়ে ফুল হাতত লৈ আঁতৰত বৈ থাকিব লগা হৈছিল। শ্ৰীশ্ৰীশঙ্কৰদেৱ সমাজৰ গায়ন-বায়ন ধূপ-ধূনাৰে সাজু হৈছে,—বৰ ল'ৰা মঞ্জুৱে: জোৰ হাতত তুলি লৈছে, আমাৰ মাজু জোঁৱাই বিখ্যাত সৰোদ বাদক আমজাদ আলী খানেও খোলৰ বোলেৰে অৰ্ঘ্য নিৱেদন কৰিলে। এইজনা মহান পুৰুষৰ কথা লিখি শেষ কৰিব পাৰি জানো! সৰুৰেপৰা দেখি অহা, নিতান্ত ঘৰুৱা পৰিৱেশত গঢ়ি উঠা ঘনিষ্ঠতাৰ মাজেৰে ওপজা অনুভূতিখিনি মাথোন প্ৰকাশ কৰিব খুজিছোঁ। গা-বেয়া হ'লে খবৰ কৰিবলৈ গ'লে কয়, "মই মৰিলে ফেচ্-ফেচ্ নকৰিবি।" বিজুক কৈছিল—"তই ইমান ভয়াতুৰ"। সাহসী ৰাজুক তেওঁ জানিছিল দিল্লীৰ নিচিনা ঠাইত অকলে সকলো কৰিলে।

হে কালজয়ী মহান আত্মা। প্ৰথম অসমীয়া কথাছবিৰ লাঙি-গদাপাণি! হে স্বৰ্গগত আত্মা, শত শত প্ৰণিপাত জনাইছোঁ—আশীৰ্বাদ কৰাহে মহান শিল্পী। আমাৰ সকলোৰে মৰমৰ সৰুমামা—আমি কন্দা নাই—মাথোঁ চকু ভৰি পৰিছে অশ্ৰুঅঞ্জলিৰে—আমি কন্দা নাই।

# হেৰাই যোৱা দিনবোৰ

জয়-জয়তে মোৰ নিবেদন এই যে অভিনেতা বুলি কোৱাৰ মোৰ ধৃষ্টতা নাই, অভিনয় কৰি মোৰ ভাল লাগে, আনন্দও পাওঁ—মঞ্চতে হওক বা কথাছবিতেই হওক। সফল হৈছোঁ নে নাই সেইটো শ্ৰদ্ধেয় দৰ্শক ৰাইজৰ বিচাৰ-সাপেক্ষ।

সঙ্গীতৰ পৰিৱেশতে মোৰ জন্ম। পাঁচ বছৰ বয়সতে মোৰ পিতৃদেৱ সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ শিক্ষকতাত আৰু তত্ত্বাৱধানত পোন প্ৰথমবাৰ বাগ্দেৱীৰ বন্দনা-গীত, এটিৰ পৰিৱেশনেৰে বাণ ৰঙ্গমঞ্চত প্ৰবেশ কৰোঁ। বাণ ৰঙ্গমঞ্চৰ সঙ্গীত আৰু নৃত্যৰ ভাৰ পিতৃদেৱতাৰ ওপৰতে ন্যস্ত আছিল; গতিকে প্ৰায়বোৰ নাটকৰ আখৰা আৰু অভিনয় চাবলৈ সুযোগ পাইছিলোঁ। বাণ ৰঙ্গমঞ্চতেই তেতিয়াৰ প্ৰসিদ্ধ অভিনেতা ৺বোধনাথ পটঙ্গীয়া, ডাঃ কামিনীকান্ত দাস, ডাঃ ললিতমোহন চৌধুৰী, ৺চন্দ্ৰনাথ শৰ্মা, ৺অন্নদা পদ্মপতি আদিৰ অভিনয় চোৱাৰ সৌভাগ্য হৈছিল। লগে লগে কণ্ঠ আৰু বাদ্য সঙ্গীততকৈ অভিনয়ৰ ফালেহে মোৰ মন ঢাল খাইছিল। ১৯০৭ চন মানত মোক "ৰোহিতাশ্ব" ভাওটো দিছিল আৰু সেয়ে মোৰ অভিনয় জীৱনৰ সূত্ৰপাত। শ্ৰীসৰস্বতী পূজা উপলক্ষ্যে গীত গোৱাৰ উপৰিও আবৃত্তি কৰিবলৈ সুবিধা পাইছিলোঁ। ১৯১৪ চনত স্বৰ্গীয় পদ্মনাথ গোহাঁঞিবৰুৱাৰ 'গদাপাণিৰ' আবৃত্তি, আৰু তাৰ পিছত কেইবাখন নাটকতো ভাও লৈ দৰ্শকৰপৰা প্ৰশংসা লাভ কৰাত অভিনয়ৰ প্ৰতি মোৰ আকৰ্ষণ বাঢ়ি যায়। ১৯১৭ চনৰপৰা নিয়মিতভাৱে কেইবা বছৰো দুৰ্গাপূজাৰ সময়ত অভিনয় কৰিবলৈ নিমন্ত্ৰিত হওঁ। সেই সময়ত অসমত কিয়, ভাৰতৰে বেছি ভাগ ঠাইত সহ-অভিনয় হোৱা নাছিল। কম বয়সৰ, নহ'লে লাহীদেহৰ ল'ৰা বা পুৰুষেই তিৰোতাৰ ভাওত অৱতীৰ্ণ হৈছিল। মোৰ ভাগ্যতো সেই সময়ত তিৰোতাৰ ভাওহে পৰিছিল। ১৯২৩ চনলৈকে কলিকতাত পঢ়া অৱস্থাত বিখ্যাত অভিনেত্ৰীসকলৰ অভিনয় চাই, দুৰ্গাপূজাৰ সময়ত বাণ ৰঙ্গমঞ্চত

তিৰোতাৰ ভাও নিখুঁতভাৱে ৰূপায়ণ কৰিবলৈ যথাসাধ্য যত্ন কৰিছিলোঁ। অভিনয়ৰ অন্তত বহু কলাপ্ৰেমী দৰ্শকৰপৰা প্ৰশংসাও পাইছিলোঁ। হাতে লিখা অৱস্থাতে, মোৰ 'ভাইচাহেব' শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ মৌলিক নাটক "নীলাম্বৰত" কেইবাবাৰো 'ললিতা'ৰ চৰিত্ৰ ৰূপায়ণ কৰিছিলোঁ। দৰ্শকেও অভিনয় খুব ভাল হৈছিল বুলি জনাইছিল। তিৰোতাৰ অভিনয় কৰাৰ সময়ত নিজকে তিৰোতা বুলিহে ভাবিছিলোঁ। 'নীলাম্বৰ' নাটক ছপা কৰি উলিয়াবৰ সময়ত মই শকত-আৱত, দীঘল-ডাঙৰ এজন মানুহ। নাট্যকাৰৰ পাতনিত যেতিয়া 'ললিতা'ৰ-ভাওত মোৰ নামটো পঢ়োঁ, সঁচাকথা কবলৈ গ'লে খুব লাজ লাগিছিল, এই ভাবি যে এই বিৰাট আকাৰৰ মানুহজনেই পাটগাভৰু 'ললিতা' হৈ ৰাইজৰ আগত ওলাইছিলোঁ। পাছলৈ এই "নীলাম্বৰ"ৰ নাটকতে ১৯৩১ চনত 'নীলাম্বৰ', তাৰ পাছৰেপৰা শিৱসাগৰ, গোলাঘাট আদি নাট্যমঞ্চত ক্ৰুৰ চৰিত্ৰৰ-'নন্দৰ' ভাও কেইবাবাৰো লৈ এসময়ত তিৰোতাৰ পাৰ্ট কৰা লাজৰপৰা হাত সাৰিবলৈ যত্ন কৰিছিলোঁ। পাছে বিধিৰ বিড়ম্বনা ছপা নাটকখনত 'ভাইচাহাবে' যিটো কাম কৰিলে সেইটো লৈ এতিয়া নাতি-নাতিনীহঁতেও জোকোৱাৰপৰা হাত সাৰিব পৰা নাই। যি কি নহওক, ১৯২৪ চনলৈকে বহু নাৰী চৰিত্ৰত অভিনয় কৰিলোঁ, অভিজ্ঞতাও বহুখিনি হ'ল,—কেনেকৈ খোজ-কাটল দিব লাগে, কেনেকৈ তিৰোতাৰ সাজ-পাৰ নিখুঁতভাৱে পিন্ধিব লাগে আদি আঙ্গিক, বাচিক সকলো দিশত।

১৯২১ চনতে সাময়িকভাৱে পঢ়াশুনা বাদ দি নন্‌কোঅপাৰেচন মুভ্‌মেণ্টত যোগ দিয়াত প্ৰায়ে এবেলা, এদিন বা দুদিনকৈ জেলত থৈছিল। বয়স কম বুলি সৰহ দিনলৈ জেলত ৰখা নাছিল। তদুপৰি জেলত ঠাই নাছিল। বাহিৰত কোনো নেতা নথকাত কোনো কামৰ নিৰ্দেশ নেপাই মনৰ দুখতে উত্তৰ গুৱাহাটী পাওঁগৈ। ৰজা দুৱাৰত বঙালী সঙ্গীতজ্ঞ বৈষ্ণৱ এজন আছিল। তেওঁৰ আশ্ৰমতো আৰু কেতিয়াবা নামঘৰত গানৰ জলসা বহিছিল। সকলো বৰ্গৰে ভালেমান ডেকাই গীত-মাত শিকিছিল। হাতত কামবন নথকাত প্ৰায়ে 'জলসা'লৈ গৈছিলোঁ আৰু তাতে যাত্ৰা এখন কৰাৰ প্ৰস্তাৱ দিওঁ। এই প্ৰস্তাৱত সকলোৰেপৰা উৎসাহ পোৱা হয়। ৰজা দুৱাৰত ৺চন্দ্ৰ শীল নামৰ অসমীয়া 'নৱ-সুন্দৰ'ৰ



এটা বেণ্ডপাৰ্টি আছিল। যিটো পাৰ্টি আনকি বাণ ষ্টেজতো বহুবাৰ বেণ্ড বজাবলৈ গৈছিল। ৺চন্দ্ৰ ককাইয়ো আনন্দেৰে আমাৰ যাত্ৰা পাৰ্টিত যোগ দিয়ে আৰু পূৰা তিনিমাহ যত্ন সহকাৰে আখৰা কৰি উত্তৰ গুৱাহাটীৰ ডিহিংসত্ৰ, হাউলী আৰু ৰজা দুৱাৰত যাত্ৰা অভিনয় কৰা হয়। বহুত বছৰলৈকে এই পাৰ্টিটো আছিল। ১৯২১ চনৰ শেহৰফালে মোৰ বন্ধু জ্যোতিৰে সৈতে মই কলিকতালৈ পঢ়িবলৈ যাওঁ। জ্যোতিয়ে "কলিকতা-বিদ্যাপীঠ" আৰু মই মহাৰজা নন্দীৰ গড়পাড়ত উদ্যানবাড়ীৰ ভৱনত অনা-চৰকাৰী ইঞ্জিনীয়াৰিং কলেজ, Bengal Techinical Institute-ত নাম লগাওঁ। ১৯২২ চনৰ শেহৰফালে এই কলেজৰ আধাৰশিলা যাদৱপুৰত পাতে যিটো এতিয়া যাদৱপুৰ বিশ্ববিদ্যালয় বুলি প্ৰখ্যাত। আমি বিদ্যাসাগৰ স্কোৱাৰৰ এটা 'মেছ'ত আছিলোঁ। সেই মেছত অসমৰ বৰেণ্য বহুজনা ব্যক্তি আছিল। সেই মেছৰ কোঠাতে "শোণিত কুঁৱৰী" নাটকখন জ্যোতিয়ে চকু ফুৰায় ছপাৰ উদ্দেশ্যে। মোক নাটকৰ সকলো চৰিত্ৰৰে অভিনয় কৰিবলৈ দি বঢ়া-টুটাখিনি গুছাই শেষ কৰে। সেই সময়তে বঙালী বায়োস্কোপ "আঁধাৰে আলো" চাবলৈ দুয়ো যাওঁ। এই বায়োস্কোপ চাই অসমীয়া কথাছবিৰ কথা জ্যোতিৰ মনলৈ আহে আৰু মোৰ লগত এই বিষয়ে কথা হয়। ১৯৩১ চনত জ্যোতি বিদেশৰপৰা ঘূৰি আহি "জয়মতী" ছবি কৰিবৰ মনস্থ কৰে।

নাটকত character acting মোৰ প্ৰিয়—কি মঞ্চ, কি বোলছবিত। ধেমেলীয়া serio-comicও একে পৰ্যায়ৰ বুলি মই ভাবোঁ। খোনা বা পঙ্গু এজনৰ চৰিত্ৰ ৰূপায়িত এজন নিঘূণী মানুহে যদি নিখুঁতভাৱে কৰিব পাৰে সেইটোৱেই character acting বুলি মই ভাবোঁ। যেনে—বন্ধুবৰ শ্ৰীযুত সাৰদা বৰদলৈৰ "সেই বাটেদি" নাটকৰ বনমালী চৰিত্ৰটি। হোজা-মৰমিয়াল আৰু একান্ত বিশ্বাসী মানুহজন সঁচা কথা কবলৈ গৈ গিৰিহঁতৰ সমনীয়া 'বোপাদেউতা'ৰ খকৰা-মুকুটি এটা পায়েই পগলা হৈ পৰে। আন এটি serio-comic চৰিত্ৰ বন্ধুবৰৰে নাটকৰ 'নাৰায়ণ' বিশ্বাসী, ধেমেলীয়া, কথায় কথায় ফকৰা-যতা সাধাৰণ নিৰক্ষৰ অসমীয়া, অথচ কি গহীন-গধুৰ তথ্যৰে ভৰা কথা কোৱা চৰিত্ৰটো! "নীলাম্বৰ"ৰ 'ললিতা' প্ৰেমিকা, বুদ্ধিমতী। হঠাতে প্ৰেমিকৰ মৃত্যুত পাগলী হৈ পৰে। এনেবোৰ চৰিত্ৰৰ

ৰূপায়ণ কৰা যথেষ্ট সাধনাৰ কাম। যাত্ৰা, ভাওনা, মঞ্চ আৰু বোলছবিত চৰিত্ৰ ৰূপায়ণ কৰি মোৰ অভিজ্ঞতাৰপৰা কব খোজোঁ—বোলছবিত অভিনয় কৰা বহুত সহজ। বহুবাৰ retake-ৰ সুবিধা, কেমেৰাৰ angle-ত মুখৰ-ছবি লোৱাৰ সুবিধা, বচন ভুল কৰিলেও শুধৰাবৰ সুবিধা আছে। কিন্তু যাত্ৰা, ভাওনা বা মঞ্চত সেই সুবিধা নাই। মঞ্চত প্ৰবেশ, প্ৰস্থান, দৃঢ়কণ্ঠস্বৰ কোন ঠাইত থিয় হ'লে দৰ্শকৰ চাবলৈ সুবিধা হয়, লগতে সহঅভিনেতা-অভিনেত্ৰীকো এই সকলোবোৰ সুযোগ দিবৰ বাবে অভিনেতা হিচাপে লক্ষ্য কৰা আৰু তদুপৰি অকণো ভুল-ভ্ৰান্তি নোহোৱাকৈ যথাৰ্থ মডিউলেচনেৰে বচন গোৱা অপৰিহাৰ্য বুলিয়েই মোৰ অভিজ্ঞতাৰ ফালৰপৰা বিশ্বাস কৰোঁ। ১৯৩৫ চনৰপৰা ১৯৬৮ চনলৈকে বহু নাটকত নানা ধৰণৰ চৰিত্ৰৰ অভিনয় কৰিলোঁ। সফল হৈছোঁ নে নাই যি সকল দৰ্শকে দেখিছে তেখেতসকলৰ বিচাৰ-সাপেক্ষ।

আজিও মই নিজকে এজন শিকাৰু বুলিহে ভাবোঁ। অৱশ্যে এটা কথা ঠিক যে যেতিয়াই মোৰ ভাগ্যত যি কোনো চৰিত্ৰই নপৰক, মই নিজকে সেই চৰিত্ৰ বুলি ভাবি তেনেকৈয়ে ৰূপায়ণ কৰিবলৈ অশেষ চেষ্টা কৰোঁ।

নাটকৰপৰা দৰ্শকলৈকে একাত্ম হ'লেহে অভিনয় সফল হয়। তাৰ বাবে লাগে ষ্টেজ-মেনেজাৰৰপৰা কলা-কুশলীসকললৈকে সকলোৰে সহযোগ আৰু চৰিত্ৰ ৰূপায়ণ কৰা সকলৰো নিষ্ঠা আৰু এহাগুধীয়া চেষ্টা বিশেষকৈ 'আখৰাত'। এই বিষয়ে সকলো নাট্য-সমাজে বৰ্তমানৰ ভ্ৰাম্যমান দল-বিলাকৰ নিয়মানুৱৰ্তিতা আৰু দলগত সম্প্ৰীতিৰ আদৰ্শ অনুসৰণ কৰিলে ভাল হয় বুলি ভাবোঁ।



# মোৰ প্ৰিয় গীত

মই অসমীয়া। স্বাভাৱিকতে অসমৰ থলুৱা আপুৰুগীয়া গীত মাতবোৰ বৰ আপোন। সেয়ে তেনেবোৰ গীতৰ কথাহে মোৰ মনলৈ আহে।

অসমৰ গাঁৱে-ভুঁঞে আপোনা-আপুনি গঢ়ি উঠা সাতামপুৰুষীয়া বিহুগীতৰ ভেঁটিতে বনগীতৰ সৃষ্টি হয়।

বিহুবলীয়া ডেকা-গাভৰুৰ বনগীতৰ সুৰত উতলা হিয়াৰ আনন্দৰ পৰিণতিতে হয় নতুন পুৰুষৰ সূত্ৰপাত। মাতৃ-হৃদয়ৰ চেনেহ নিগৰি ওলোৱা নিচুকনি গীত।

লোকগীতত মৰম, প্ৰীতি, হৰ্ষ-বিষাদ কৰ্মময় জীৱন আৰু আজবিপৰৰ আৱেগৰ পৰিৱেশ এটাই যেন শ্ৰোতাক অভিভূত কৰি তোলে।

লোক বা লোক-সমাজৰ ছবি ফুটি উঠা থলুৱা গীতে জাতি-ধৰ্ম-নিৰ্বিশেষে এটি অনুভূতি জগাই তোলে। সেয়ে অসমৰ মুছলমান ভক্তৰ কণ্ঠত ধ্বনিত হোৱা দেহ বিচাৰৰ দৰে অন্তৰ জয় কৰা 'জাৰি আৰু জিকিৰ' অনন্ত কালৰ এক চিৰপ্ৰবহমান সুঁতি।

অসমৰ ধৰ্ম-সংস্কৃতি, কলা-সাহিত্য আদিক সু-সংবদ্ধ কৰি গঢ় দিয়া মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰিয় শিষ্য শ্ৰীশ্ৰীমাধৱদেৱৰ ৰচিত বৰগীতে যেনিবা অসমৰ থলুৱা গীতক এটি ধ্ৰুপদী মৰ্যাদা দান কৰিলে। এই চিৰন্তন গীতৰ জীয়াসুঁতিৰ প্ৰতিটো ঢৌৱে অসমীয়াৰ প্ৰাণত আত্মগৌৰৱৰ ভাব জগাই তোলে—লগতে সাত্বিক চিন্তাৰে মানৱ প্ৰেমত আমাক উদ্বুদ্ধ কৰে।

থলুৱা লোকগীত, আইনাম, ধাইনাম আদিৰ স্বাভাৱিক গতিৰ লগতে ভাৰতৰ বিভিন্ন ৰাজ্যৰ লগত হোৱা সংমিশ্ৰণৰ বাবে হিন্দুস্থানী সঙ্গীতৰ প্ৰতিবেশী এই অঞ্চলত বিভিন্ন প্ৰকাৰৰ প্ৰভাৱ পৰাটো স্বাভাৱিক। দেখা যায়, সমবেত সঙ্গীতত বিশেষকৈ এই প্ৰভাৱ পৰিছিল। ১৯২৬ চনত পাণ্ডু কংগ্ৰেছৰ সময়ত অসমীয়া বাৰজনমান গীতিকাৰ-গায়কৰ সহযোগত নতুন ঠাঁচৰ এটি গীতৰ সৃষ্টি হৈ জনপ্ৰিয় হৈছিল।

স্বাধীনতা সংগ্ৰামৰ সময়ত ভাৰতবাসীৰ মন একতাৰ ডোলেৰে বান্ধ খালে।

বিভিন্ন লোক-জীৱনৰ মিলনৰ লগে লগে তেওঁলোকৰ সুৰৰ ধাৰাৰে সংমিশ্ৰণ ঘটিল—অসমীয়া গীত মাততো বিশ্বৰ সংহতিৰ দুৱাৰ মেল খালে। অসমৰ দুই-এক প্ৰতিভাশালী শিল্পীয়ে তাকে অসমীয়া সুৰৰ লগতে সামৰিলে। অসম কেশৰীৰ ৰচনাত ফুটি উঠিল চিৰ-নতুন সুৰৰ সেই উদ্দীপ্ত গীত "আজি বন্দো কি ছন্দৰে"। পৰম বন্ধু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ "তই কৰিব লাগিব অগ্নিস্নান", "সোণালী পাম"ৰ পাৰ্বতিপ্ৰসাদৰ "তোৰ নাইযে......" আৰু উদাত্ত কণ্ঠৰে বিষ্ণুপ্ৰসাদৰ "বিশ্বৰ ছন্দে ছন্দে......" নিভাঁজ অসমীয়া তুৰ্গাবৰী ঠাঁচৰ ন-ৰূপ দিলে। স্বৰ্গীয় কীৰ্তিনাথ বৰদলৈয়ে "আই সোণৰ অসম হে..." গীতটিৰ কথাও উল্লেখযোগ্য। তেখেত সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ প্ৰিয় শিষ্য আছিল।

কিছু বছৰৰপৰা আধুনিক সঙ্গীতৰ প্ৰচলন বাঢ়ি আহিছে। কিন্তু ইয়াৰ ভেঁটি দুৰ্বল বাবে ক্ষণস্থায়ী। ইয়াৰ ভিতৰৰে যিবিলাক পাশ্চাত্ত্য সঙ্গীতত সুৰ আৰু সমন্বয় ৰক্ষা কৰি গীত ৰচনা কৰা হৈছে সেইবোৰে শ্ৰোতাক সদায় আনন্দ দিব পাৰিছে। যেনে—সুকণ্ঠী গায়ক গীতিকাৰ শিল্পী ড° ভূপেন হাজৰিকাৰ "সাগৰ সঙ্গমত......" আদি গীতবোৰ।

সঙ্গীতৰ জন্মদাতা হ'ল ভৰতমুনি। সেই অতীজৰপৰা প্ৰচলিত বিবিধ ৰাগ, তাল, মান, গমক্, মূৰ্চ্ছনা আদিৰ ভেঁটিত সৃষ্টি হোৱা গীতসমূহ চিৰনতুন।

সকলো সুৰ লয়ৰ, সকলো গীতৰ মূলাধাৰ মাৰ্গ সঙ্গীতৰ ভেঁটিত অসমীয়া ভাষাৰ শাস্ত্ৰীয় সঙ্গীত সৃষ্টি কৰিবলৈ যত্ন কৰিলে সঙ্গীত-ওজা স্বৰ্গীয় লক্ষ্মীৰাম বৰুৱাই ১৯১০ চনতে তেখেতৰ স্বৰলিপি সংযুক্ত "সঙ্গীত সাধনা" কিতাপত। "সঙ্গীত সাধনাতে"ই আইনাম, বিয়ানাম, বৰগীত, লেচাৰী, তুলৰী আদিৰ স্বৰলিপি সন্নিবিষ্ট কৰি গৈছে। সঙ্গীত বিষয়ক বিখ্যাত গায়ক শ্ৰীবীৰেন ফুকনে সঙ্গীতাচাৰ্য বৰুৱাৰ জীৱন আৰু সঙ্গীত সাধনাৰ বিষয়ে নিবেদন কৰা আকাশবাণীৰ আলেখ্যত দুটি গীতেৰে সৈতে প্ৰচাৰ কৰিছে; এটি ইমন—ত্ৰিতালত কলিটি ভীমপলশ্ৰী ৰাৰ মাত্ৰাত।

ৰচনাত সুৰৰ মিল, গায়কৰ শ্ৰাব্যকণ্ঠস্বৰ তালমান লয়ত সময় চাই গোৱা প্ৰতিটো গীতে শ্ৰোতাক অপাৰ আনন্দ দিয়ে।

দুখৰ বিষয় বেছিভাগ গায়ক-গায়িকাই স্বৰ সাধনা ( বৈজ্ঞানিক ভিত্তিত ) কৰিবলৈ হেলা কৰে। সকলো সঙ্গীতৰ ভেঁটি "মাৰ্গসঙ্গীত" চৰ্চা কৰিবলৈ মন নকৰা যেন লাগে। ভেঁটি সুদৃঢ় কৰি ললে উন্নতি অৱশ্যম্ভাৱী।



## অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ*

সভাপতি মহোদয়, সুধীবৃন্দ আৰু প্ৰতিনিধিমণ্ডলী,

জয় জয়তে অসমীয়া নাট্য-সাহিত্যৰ জন্মদাতা শ্ৰীমন্ত শঙ্কৰ গুৰুলৈ আমি সবাৰে হৈ ভক্তিপূৰ্ণ প্ৰণতি জনাইছোঁ। আৰু লগতে সেউ সিদিনা শোণিতপুৰীয়া ৰূপকোঁৱৰে নাট্য-সাহিত্যৰ যি স্বৰ্গীয় জ্যোতি বিলালে সেই শিল্পী সাধক জ্যোতিপ্ৰসাদলৈ আমাৰ হিয়াভৰা শ্ৰদ্ধাঞ্জলি আগবঢ়াইছোঁ।

যিসকলৰ প্ৰেৰণা, দূৰদৰ্শিতা আৰু আঁচনিত এই সন্মিলনৰ জন্ম হ'ল, তেওঁলোকলৈও ওলগ জনাই মই এই অভিভাষণ আপোনালোকৰ আগত পাঠ কৰিছোঁ।

স্বাধীন অসমৰ পুৰণি ৰাজধানী এইখনি 'ৰংপুৰ' ৰঙে-ৰসে ভৰপূৰ। অতীতৰ ৰংপুৰৰ গৌৰৱকাহিনী আপোনালোকে ভালকৈয়ে জানে। সোণৰঙা অতীতৰ স্মৃতিবিজড়িত ৰংপুৰৰ গৌৰৱময় ঐতিহ্য কালজয়ী। প্ৰবল প্ৰতাপেৰে ছশ বছৰ ৰাজত্ব কৰা আহোম স্বৰ্গদেউসকলৰ কীৰ্তি আৰু যশৰাজি এই ৰংপুৰৰ আশে-পাশে সিঁচৰতি হৈ আছে। শিৱদৌল, বিষ্ণুদৌল, দেৱীদৌল শিৱসাগৰৰ নগৰৰ মাজতেই। অলপ দূৰৈত সৌৱা ৰংঘৰ, কাৰেংঘৰ, তলাতল ঘৰ; আৰু নিচেই ওচৰতে সৌৱা সতীজয়াৰ অনুপম, আত্ম-বলিদানৰ স্মৃতিৰ প্ৰতীক জেৰেঙা পথাৰ। জয়দৌল, জয়সাগৰ আৰু অলপ গ'লেই দেখিবলৈ পোৱা গৌৰীসাগৰ, গড়গাঁও, মেচাগড়। দলদোপ্-হেন্দোলদোপ্ লগাই থকা অসমীয়াৰ স্নায়ুকেন্দ্ৰ এই ৰংপুৰলৈকে আজি আপোনালোকক নিমন্ত্ৰণ জনাই আনিছোঁ।

অতীতৰ যশৰাজিক লৈ আলোচনা কৰা বা নতুন কিবা এটি আগ-বঢ়োৱাৰ আশাৰে নহয়—আপোনালোকক মাতি আনিছোঁ আমাৰ আয়োজনৰ ৰংৰহইচত সমানে ভাগ লবলৈহে।

* সদৌ অসম একাংক নাট্য-সন্মিলনৰ শিৱসাগৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি স্বৰূপে ১৯৬০ খ্ৰীষ্টাব্দৰ ৭ নৱেম্বৰত দিয়া ভাষণ।

সাধাৰণতে অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে সভাৰ প্ৰকৃত বিষয় সম্বন্ধে দুই এটি কথা ক'ব লাগে; কিন্তু সেই বিষয়ে বহলাই মই ক'বলৈ নিবিচাৰোঁ। আলোচনাচক্ৰত এই বিষয়ে বহল আলোচনা হৈ গ'ল; তাতকৈ অধিক মোৰ আৰু ক'বলগীয়া বিশেষ নাই।

কিন্তু এইটো সঁচা যে ৰংপুৰৰ উন্নতিৰ লগত সাহিত্যৰ উন্নতি জড়িত। ৰংপুৰৰ আকৰ্ষণীয়তাই এচাম শিল্পীক অভিনয় কৰাৰ উদ্‌গনি দিয়ে। আৰু সেই সকলেই প্ৰেৰণা যোগায়—এদলক নাটক লিখিবলৈ সহানুভূতি সম্পন্ন দৃষ্টিৰে। বিশেষকৈ এক অঙ্কীয়া নাটৰ সময়ৰ চুম্বকত্বই দৰ্শকক বিশেষভাৱে আকৃষ্ট কৰি ৰাখে। সেই বাবে প্ৰত্যেকটি মুহূৰ্তৰ যি গুৰুত্ব এক অঙ্কীয়া নাটত আছে—সেই থল দীঘলীয়া পূৰ্ণাঙ্গ নাটকত নাই।

যুগজয়ী নাট্যকাৰৰ সম্ভাৱনা সপোন নহয়, লাগে কেৱল আমাৰ দৃঢ়তা আৰু একাগ্ৰতা। আমি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যেন অসমৰ চুকে-কোণে, গাঁৱে-ভূঞে জাতীয় জীৱনৰ প্ৰৱাহ বহনকাৰী নাট্যৰস বিয়পি পৰে।

আপোনালোকে জানেই কিমান আলৈ-আহুকাল আমাৰ সন্মুখত আছে। এই অনুষ্ঠান এতিয়াও কোলাৰ কেঁচুৱাৰ দৰে চালুকীয়া। আপোনালোকৰ আদৰ-সাদৰ, সহায়-সহানুভূতি পালেহে ডেকাগিৰি হৈ অসমৰ সংস্কৃতিৰ ফুলাম গামোছা ল'ব পৰা হ'ব। সেইবাবে অজানিত সকলো দোষ-ত্ৰুটী মৰিষণ কৰি এই অনুষ্ঠানৰ ক্ৰমোন্নতি কামনা কৰিবলৈ গোহাৰি জনালোঁ।

এইখিনিতে এষাৰ কথা উল্লেখ কৰা উচিত বুলি ভাবি কওঁ যে, অসমৰ ৰাজিক ভাষা আন্দোলনৰ কাৰণে আগতীয়াকৈ প্ৰস্তুত হ'ব পৰা নাছিলোঁ। ইয়াৰ এমুঠি মাথোন ডেকা-গাভৰুৰ অক্লান্ত পৰিশ্ৰমৰ বিনিময়ত যোৱা ২৫ অক্টোবৰৰপৰা মাথোন আমি সন্মিলনৰ কাম আৰম্ভ কৰিছোঁ।

সদৌ শেহত 'সদৌ অসম একাঙ্ক নাট্য সন্মিলন'ত যোগদানকাৰী প্ৰতিযোগী আৰু প্ৰতিনিধি সকলৰ ওচৰত আমাৰ অনুৰোধ এনেয়ে খোৱা-লোৱা, থকা আদিৰ অসুবিধাৰ সকলো দোষ-ত্ৰুটী যেন তেখেত-সকলে মাৰ্জনা কৰে। এইখিনিকে কৈ মই আকৌ এবাৰ সদৌ ৰাইজলৈ ওলগ জনাই মোৰ বক্তব্যৰ সামৰণি মাৰিলোঁ।

জয়হিন্দ



# জ্যোতিপ্ৰসাদৰ সান্নিধ্যত আৰু জয়মতী কথাছবি নিৰ্মাণৰ স্মৃতি

১৯০৫ চনত মোৰ মাতৃদেৱী স্বৰ্গী হোৱাৰ পাছতেই ধুবুৰীৰপৰা তেজপুৰলৈ আহোঁ। জ্যোতিৰ "পকীৰ" ওচৰতে স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈ দেৱৰ ভাৰা ঘৰতে থাকিবলৈ লওঁ আৰু তেতিয়াৰপৰাই জ্যোতিৰ সান্নিধ্য লাভ হয় আৰু ক্ৰমে প্ৰগাঢ় বন্ধুত্বলৈ পৰিণত হয়গৈ। জ্যোতিৰ পৰিয়ালৰ লগত আমাৰ পৰিয়ালৰ বান্ধোন এতিয়াও সম্পূৰ্ণ অটুট আছে বিয়া-বাৰুৰ জৰিয়তে।

১৯২১ চনৰ শেহ ভাগত জ্যোতিয়ে কলিকতা বিদ্যাপীঠ আৰু মই বেঙ্গল টেক্‌নিকেল ইন্‌ষ্টিটিউটত পঢ়িবলৈ বুলি কলিকতালৈ যাওঁ। ১৯২২ চনত কলিকতাত 'আঁধাৰে আলো' নামৰ বঙালী বায়স্কোপ এখন চোৱাৰ পিছতেই আমাৰো অসমীয়া বায়স্কোপ এখন কৰিবলৈ হাবিয়াস জাগে। দুবছৰ মানৰ পাছতে উচ্চশিক্ষা আৰু লগতে ঘাইকৈ বায়স্কোপ কৰাৰ যাৱতীয় কাৰিকৰী শিক্ষা লাভ কৰিবলৈ জ্যোতি বিলাতলৈ যায়। এই দিশত অকল বিলাততে ক্ষান্ত নাথাকি তেওঁ ফ্ৰান্স আৰু জাৰ্মানীলৈ গৈয়ো হাতে-কামে ছবিৰ কাম শিকি আহে। অসমলৈ ঘূৰি আহিয়েই কেইদিনমান তেজপুৰত থাকি শিৱসাগৰলৈ আহে। আমি তিনিও, মানে—জ্যোতি, মোৰ অগ্ৰজ প্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু মই 'বায়স্কোপ' কৰাৰ বিতংকৈ আলচ কৰোঁ। ইতিমধ্যে পুনৰ আইন অমান্য আন্দোলনত কেওজনেই যোগদান কৰাত ১৯৩১ চনলৈকে ছবি কৰা কথাটো তল পৰে। জ্যোতি শ্বিলং জেলত থকাৰ সময়তে স্বৰ্গীয় বেজবৰুৱা ডাঙৰীয়াৰ 'জয়মতী' নাটকখনিকে ছবিৰ উপযোগী কৰি লেখি উলিয়ায়। জেলৰপৰা তেজপুৰৰ ঘৰলৈ আহি ভাৱৰীয়া ভাৱৰীয়ানী বিচৰাত লাগে।

সেইসময়ত ৰঙ্গমঞ্চতে ভাও দিবলৈ ছোৱালী পোৱা নগৈছিল; যি বা দুই-এগৰাকীক স্বৰ্গীয় ব্ৰজনাথ শৰ্মাই তেওঁৰ ভ্ৰাম্যমান নাট্যদলত পাবলৈ সক্ষম হৈছিল তেওঁলোককো নানা কাৰণত পোৱা নহ'ল। অৱশেষত বাতৰি কাকতৰ যোগে সদৌ অসমৰপৰা পুৰুষ আৰু মহিলা প্ৰাৰ্থী লাগে বুলি জাননী দিয়াত সমগ্ৰ অসমৰপৰা ভালেখিনি পুৰুষ প্ৰাৰ্থীৰ আৱেদন আহিল

কিন্তু মহিলা প্ৰাৰ্থী পোৱা নহ'ল। অৱশেষত 'টাউন' বাসিনীক বাদ দি গাঁৱলৈ ওলোৱা হ'ল। অশেষ যত্নত আৰু নানা দুৰ্গতিৰ মূৰত দৰকাৰী প্ৰায়খিনি মহিলাকে পোৱা হ'ল অভিভাৱকসকলেও সন্মতি জনালে ভাও দিবলৈ। পাছে এওঁবিলাক কিয় ভালেমান পুৰুষ ভাৱৰীয়াইও সেইসময়ত বায়স্কোপকে দেখাই নাছিল; ইনো কি বস্তু তাকো নাজানিছিল। সমগ্ৰ অসমৰেপৰা বাছি বাছি ভাৱৰীয়া লোৱা হৈছিল, যিটো পৰৱৰ্তী ছবিবিলাকত সাধাৰণতে দেখা নেযায়। চৰিত্ৰ অনুযায়ী দেহৰ গঠন আদি চাই ভাও দিয়া হৈছিল; যেনে—চাওদাং বৰুৱা, নগা গাম, আদি। যিকি নহওক এনে এটা দল লৈ জ্যোতিয়ে 'জয়মতী' কৰিবলৈ আগবাঢ়িলে—তেওঁলোকৰ বালিজানৰ চাহ-বাগিচা ভোলাগুৰিত "চিত্ৰবন" নামদি। জানিবলগীয়া কথা যে প্ৰতি গৰাকী ছোৱালীৰ লগত একো একোটা পৰিয়ালো অভিভাৱকৰূপে আহিছিল।

কেমেৰামেন আহিল এজন ন শিকাৰু, শব্দ যন্ত্ৰত অহাজন তাতোকৈ এখোপ চৰা। এওঁৰ ভায়েকে মটৰগাড়ী বেটাৰীৰ সহায়ত এটা সুকীয়া পদ্ধতি উলিয়াইছিল শব্দ গ্ৰহণৰ বিজুলী সংযোগ নথকা ঠাইত ব্যৱহাৰ কৰিবলৈ। সেই সময়ত বিজুলীৰ সংযোগ বালিজানততো (গহপুৰত) নাছিলেই অসমৰ তাতোকৈ ডাঙৰ চহৰতো নাছিল। এই শব্দ গ্ৰহণ যন্ত্ৰটোৰ নাম আছিল ফৈজী চাউণ্ড ছিষ্টেম। যিজন "জয়মতীৰ" শব্দ গ্ৰহণৰ কামত আহিছিল তেওঁ সিমান পাৰ্গত নাছিল কাৰণে ছবিখন সম্পূৰ্ণ হোৱাৰ পাছত পৰীক্ষা কৰি চোৱাত ( trial projection ) দেখা গ'ল প্ৰায় ৰু ভাগৰে মাত নোলালেই। জ্যোতিৰ ধৈৰ্য, অসম সাহ, দূৰদৃষ্টিৰ তুলনা নাছিল। আখৰা কৰি থকা অৱস্থাত এদিন হঠাতে বায়স্কোপৰ সলনি 'বোলছবিলৈ' ৰূপান্তৰিত কৰাৰ মন মেলিলে—সেয়েহে আজি অসমৰ প্ৰথম বোলছবি সদৌ ভাৰতৰ চতুৰ্থ স্থানত আনকি তেতিয়াৰ অতি অগ্ৰসৰ চুবুৰীয়া বঙ্গদেশেও ( এতিয়াৰ পশ্চিমবঙ্গ ) বোলছবি নিৰ্মাণত অগ্ৰসৰ লাভ কৰা নাছিল।

"জয়মতী"ৰ ভালেমান দৃশ্যও বাদ পৰিল অকল কেমেৰা-মেনৰ দোষত, মাৰ ঘাত পৰিল শব্দ গ্ৰহণত। বেছি ভাগৰে মাত নোলোৱা হ'ল। উপায়ন্তৰ হৈ সুদূৰ পঞ্জাৱলৈ গৈ 'ফৈজী চাউণ্ড ছিষ্টেমৰ' আৱিষ্কাৰকক ধৰিমেলি বহুটকা দি জ্যোতিয়ে অকলেই বহুখিনি পুৰুষ-মহিলাৰ কণ্ঠদান কৰি ১৯৩৫ চনত 'জয়মতী' ৰাইজৰ আগত উলিয়াবলৈ সক্ষম হয়।



সেই সময়ত শ্বিলং আৰু গুৱাহাটী বাদে অসমৰ আন ঠাইত ছবিঘৰ নাছিল। নিজৰ ছবি দেখুৱাৰ যন্ত্ৰ ( projector ) কঢ়িয়াই অশেষ কষ্টৰে অসমৰ প্ৰায়বোৰ নগৰতে "জয়মতী" দেখুৱাব লগীয়া হৈছিল। সেইসময়ত বাট-পথৰ অৱস্থাৰ উপৰিও এতিয়াৰ দৰে 'মটৰ' যান আদি নাছিলেই। ৰে'ল, আৰু গৰু গাড়ীৰে হে যন্ত্ৰবোৰ কঢ়িয়াই লৈ ফুৰিব লগীয়া হৈছিল। আটাইতকৈ মন কৰিব লগীয়া কথা যে—আজিৰ যুগৰ অসমীয়া ছবিত সকলো ধৰণৰ সা-সুবিধা আৰু কুশলী অভিনেতা-অভিনেত্ৰী, গায়িকা থকা সত্ত্বেও অনা-অসমীয়াক ঠাই দি পৰিচালক প্ৰযোজকে গৌৰৱ অনুভৱ কৰে। অথচ প্ৰায় অৰ্ধ শতাব্দীৰ আগতে জ্যোতিয়ে কেমেৰা-মেন আৰু চাউণ্ড ইঞ্জিনীয়াৰৰ বাদে বাকীবোৰ technician, গায়ক-গায়িকা, অভিনেতা আৰু অভিনেত্ৰী স্থানীয় মানুহৰ মাজৰপৰাই শিকাই বুজাই লৈ 'জয়মতী'খন art-work স্বৰূপে ৰাইজক উপহাৰ দি গ'ল। মহৎগুণী ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আছিল মহাখনিকৰ।

"জয়মতী" কথাছবিয়ে সাফল্য লাভ কৰিলে; কিন্তু আৰ্থিক দিশত জ্যোতিক একেবাৰেই জুৰুলা কৰিলে। তথাপিও তেওঁ নিৰাশ নহৈ অসমৰ দ্বিতীয় ছবি "ইন্দ্ৰমালতী" ৰাইজৰ আগলৈ উলিয়ায় আৰু এই ছবিয়ে তেওঁক কিছু আৰ্থিক সকাহ দিয়ে। এই ছবি মাত্ৰ ৯ হেজাৰ টকাতে কৰি উলিয়ায়।

ইয়াৰ পিছতে 'জয়মতী'খন গীতেৰে সৈতে সম্পূৰ্ণ হিন্দীলৈ তৰ্জমা কৰে। সুৰ, অভিনয় আদি সকলো অসমীয়াখনেই, মাত্ৰ কথাখিনিহে হিন্দী হ'লহেঁতেন dubbingৰ সহায়েৰে। কিন্তু অতি দুৰ্ভাগ্যৰ বিষয়—চহকী ৰাইজ আৰু আমাৰ coalition চৰকাৰে আৰ্থিক সাহায্যটো ( আচলতে ঋণহে ) নিদিলেই, বৰং তাৰ বাবে জ্যোতিক ইতিকিং হে কৰিলে। তেওঁ অন্তিম সময়লৈকে এই বিষয়ে চেষ্টা কৰি বিফল হ'ল। মোৰ বোধেৰে অসময়ত অতি কম বয়সতে মনৰ দুখতে জ্যোতিয়ে আমাক এৰি থৈ গ'ল।

অসমৰ উঠি অহা সোণ-সেৰীয়া অভিনয় প্ৰেমী ডেকা-গাভৰু আৰু কৃতী পৰিচালকসকলে জ্যোতিৰ আধৰুৱা কাম যদি সফল কৰি তুলিব পাৰে তেনেহ'লে সমগ্ৰ ভাৰততে অসম আৰু অসমীয়াৰ নাম উজ্বলি উঠিব আৰু সেয়ে হ'লে স্বৰ্গগত পৰম বন্ধু জ্যোতিপ্ৰসাদৰ পৰম আত্মায়ো শান্তি লভিব আৰু তাৰেপৰাই তেওঁলোকক আশীৰ্বাদ কৰিব।

# জয়মতী কথা ছবিৰ খুঁটি-নাটি কথা

জ্যোতিয়ে জয়মতী ছবিখন অধিক মনোগ্ৰাহী কৰিবৰ কাৰণে পৰিচালকৰ দূৰ-দৃষ্টিৰে কেইবাটাও দৃশ্যৰ ও শেহৰ গীতটিৰ অৱতাৰণা কৰিছিল ; তাৰে দুটামান উল্লেখ কৰা হ'ল :

চোৰাংচোৱা এজনে তামোল গছৰ ওপৰত উঠি ৰজাৰ বিৰুদ্ধে আন্দোলনকাৰীহঁতৰ গতি-বিধি লক্ষ্য কৰি এজনক ধৰিবৰ মানসেৰে লৰা-লৰি কৰি তলৰ ফালে মূৰ কৰি একে চোঁচাই মাটি পাইছিলহি। চৰিত্ৰটি ৰূপায়িত কৰিছিল তেজপুৰৰ ৺বেদানন্দ শৰ্মাই। তেওঁ আছিল কংগ্ৰেছ নেতা আৰু লেখক ৺মহানন্দ শৰ্মাৰ ভায়েক।

মূলা গাভৰুৰ দেশ অসমৰ অসমীয়া গাভৰুৱেও যে অস্ত্ৰ লৈ ঘোঁৰাত উঠি যুঁজ কৰিব পাৰে তাকে দেখুৱালে দিলিহিয়াল গোহাঞিৰ প্ৰণয়ী আৰু জয়মতীৰ সখী সেউতী আইদেৱে। চৰিত্ৰ ৰূপায়িত কৰিছিল চতিয়াৰ শ্ৰীমতী সুবৰ্ণ হাজৰিকা আইদেৱে।

নেনাই আৰু লিটিক চিপাদাৰৰ ভাও দিয়া হৈছিল নগাঁৱৰ খীণ-মীণকৈ দীঘল এজনক ( নামটো পাহৰিছোঁ ) আৰু লিটিক হৈছিল শিৱসাগৰ, চাৰিঙৰ মৌজাদাৰ তিনিফুটীয়া শ্ৰীযুত মোহন ফুকনক। এওঁলোক দুয়ো এটা ঘোঁৰাত বিপৰীত মুখকৈ উঠি ৰাইজৰ আলেখ-লেখ বুজিবলৈ এনেদৰে ভাও ধৰি ফুৰিছিল।

কেমেৰাৰ কোনো কৌশল নখটোৱাকৈ চোৰাংচোৱাই ১৫/১৬ হাত দূৰৰপৰা যাঠি মৰা আৰু আলাসতে ধৰি যাঠি ঘুৰাই পুনৰ চোৰাংচোৱাক শালি পঠোৱা আদি দৃশ্যত সাহসিকতাৰ প্ৰমাণ কৰাইছিল।

জয়মতীক জেৰেঙা পথাৰত অমানুষিক শাস্তি দিয়াৰ বিৱৰণ চাওদাং বৰুৱাই ৰাজসভাত বিৱৰি কোৱাত বুঢ়াগোহাঞি ( প্ৰকৃততে বেছ বুঢ়া ) ডাঙৰীয়াই কৰা উক্তি "বান্দৰ কেকোৱা একা" বোলা কথাৰে সৈতে বচন



ভঙ্গী যিবিলাকে দেখিছিল আজিও পাহৰিব পৰা নাই হবলা। বুঢ়া-গোহাঞিৰ মুখত মাত্ৰ সেই ফাকি বচনহে দিয়া হৈছিল।

খাৰঘুলিত জয়মতীৰ ছবি তোলা আৰম্ভ কৰা হয়—দৃশ্য নগাপাহাৰৰ ডালিমীৰ ঘৰ, ডালিমীৰ মাক-বাপেক আৰু পোহনীয়া শৰ পহু এহাল আৰু ডাঙৰ জাতৰ ধনেশ চৰাই এহাল ইত্যাদি। এদিনাখন ৭/৮ বছৰীয়া লোদোৰ-পোদোৰ দেহাৰে ধুনীয়া ল'ৰা এটি ছবি তোলা চাবলৈ মোৰ লগত আহিছিল ; দুপৰীয়া আমাৰ লগতে খোৱা-বোৱা কৰাৰ সময়ত জ্যোতিৰ চকুত পৰে। ক্ষন্তেকতে জ্যোতিয়ে মনতে স্থিৰ কৰিলে কিবা এটা। ভাত দিয়া হওক এনে সুস্থ সবল ল'ৰাটিক। যেনে চিন্তা তেনে কাম। ল'ৰাটিক মাকন স্বৰ্গজ্যোতিৰ তথা ডালিমীৰ ভায়েক কৰি ডাঙৰ পৰি থকা গছ এজোপাত দৌৰা-দৌৰি কৰি লুকা ভাকু খেলোৱাত লগাই দি কেমেৰাত ধৰি ৰাখি ছবিৰ জেউতি চৰালে। ল'ৰাটিৰ নাম শ্ৰীক্ষীৰদাকান্ত বৰুৱা—বৰ্তমান ডিগবৈ তেল-কোম্পানীৰ ডাঙৰ অফিচাৰ।

জেৰেঙা পথাৰত কোটকোৰা গছত বান্ধি শাস্তি দিয়া দেখুওৱা সময়ত ওচৰৰ ভালে মান মুনিহ-তিৰোতা ৰাইজ চাবলৈ সদায় আহিছিল। শেষ দিনা লোৰ শলা জুইত পুৰি ৰঙা কৰি জয়মতীৰ শৰীৰত খুচি দিয়া দৃশ্য দেখি সহিব নোৱাৰি এগৰাকী কুঁজী বৃদ্ধাই খঙতে জলি-পকি "হেৰ জহনীত যোৱাহঁত, মাউৰত মৰাহঁত, গজমুৰীয়াহঁত বুলি" গালি পাৰি হেকেৰ-পেকেৰকৈ লৰি আহি হাতৰ টোকোন ডালেৰে চাওদাংহঁতক মৰিয়াবলৈ অহা দেখি জ্যোতিয়ে কাল-বিলম্ব নকৰি কেমেৰাত তুলি লোৱা দৃশ্য অতি উপভোগ্য হৈছিল।

এবাৰ গাঁঠি হাজৰিকাই জয়মতীক চমতাৰে কোবোৱা দৃশ্য তুলি থাকোঁতে কেনেবাকৈ আইদেউ সন্দিকৈ ( জয়মতী ) ৰ গাত অকণমান লাগিল। ৰজা-ঘৰৰ জীয়াৰী শ্ৰীযুতা মোহিনী ৰাজকুমাৰীৰ ( ৰাজমাও ) ভনীয়েক ৺ব্ৰতেশ্বৰী ৰাজকুমাৰীয়ে খঙত একো নাই হৈ "সন্দিকৈ ঘৰৰ ছোৱালীৰ গাত চমতা লগোৱা ক'ৰ এইটো কেলেহুৱা আহিছ" বুলি চোঁচা লোৱাত আমাৰ বীৰ গাঁঠি হাজৰিকা পলাই পত্ৰং দিছিল ; জ্যোতিও ককৰ্থনাৰপৰা হাত সাৰি যোৱা নাছিল। পাছদিনাই তেখেতসকলৰ ঘৰ মহৰা-মুখত ( গোলাঘাট ) থৈ আহিব লগীয়া হৈছিল ; ভাগ্যে মোৰ ওপৰত সিমান ৰুষ্ট হোৱা নাছিল।

প্ৰায় এমাহমানৰ মূৰত মহৰা-মুখলৈ গৈ বহুত ভাও ভাৱভঙ্গিৰে "জাতো গ'ল পেটো নভৰিল" বাক্যেৰে অনুনয় বিনয় কৰাত তেওঁলোক চিত্ৰবনলৈ আহিবলৈ সন্মতি জনায়।

১০ দিনমানৰ মূৰত পুনৰ চিত্ৰবনত ভৰি দিয়াতহে জ্যোতিকে প্ৰমুখ্য কৰি সকলোৰে মুখলৈ পানী আহিল। কাৰণ তেতিয়ালৈকে ছবিখনৰ আধাখান দৃশ্য তোলা হৈ গৈছিল। যাহওক তেতিয়াৰপৰা আমি সদায় সন্ত্ৰস্ত হৈ আহিলোঁহঁক। জ্যোতিয়ে ভাবি-চিন্তি মোগলহাৰেমত "খোজা" প্ৰহৰী থকা কথাটো মনত পেলায় ৺ব্ৰতেশ্বৰী আইদেউক মূৰত পাগ, পিন্ধনত চুৰীয়া আৰু কান্ধত হেংদাং দি ল'বা ৰজাৰ সভাত গৰখীয়া হিচাপে উলিয়াবলৈ লোৱাত পূৰ্বৰ ৰোষৰপৰাও ৰক্ষা পৰিলে। কাণত ডাঙৰ থুৰীয়া আৰু হাতত গাম খাৰুৰে তেওঁ অপৰূপা হৈছিল।

জয়মতী ছবিৰ যবনিকাৰ সময়ত গোৱা গীতটিৰ ৰচনা তেজপুৰৰপৰা গমিৰি ঘাটলৈ অহা অৱস্থাত জাহাজৰ ডেকত ( Deck ) লগে লগে সুৰ দিয়া হয়। সময় আছিল আৱেলি বেলি মাৰ যোৱাৰ কিছু পূৰ্বে, ৰিব ৰিবকৈ বতাহ বলাত ব্ৰহ্মপুত্ৰৰ বুকুত সূৰ্যৰ ৰহণ পৰি যি এটা অপৰূপ শোভা ফুটি উঠিছিল তাকে দেখি উদ্বুদ্ধ হৈ লেখিবলৈ আৰম্ভ কৰিলে "লুইতৰে পানী যাবি অ' বই—সন্ধিয়া লুইতৰ পানী সোণোৱালী।"

পাহৰণিৰ বুকুত বহুত কথাই হেৰাই গৈছে; কেতিয়াবা কেতিয়াবা হঠাৎ মনত পৰে কিন্তু টুকি থোৱা নহয় অনভ্যাস আৰু এলাহত। জীৱনৰ বন্তি নুমাও নুমাও অৱস্থাত প্ৰায় সকলোবোৰ সংস্কৃতিৰ ধ্বজাবাহী মোৰ অতি আদৰৰ বিগত শিল্পীসকলক লগ ধৰিবলৈ ক্ষণ গণি আছোঁ।

পৰম বন্ধু জ্যোতিপ্ৰসাদৰ সান্নিধ্য আৰু জয়মতী কথাছবিৰ সোঁৱৰণৰ বিষয়ে লিখাত ভুল-ত্ৰুটীবোৰ ক্ষমা কৰিব বুলি আশা কৰি। আজিলৈ ইমানতে সামৰিলোঁ। "জয় আই অসম"।



## সম্বৰ্ধনাৰ উত্তৰ*

নামৰূপ সাহিত্য-সংস্কৃতি সংঘৰ সভ্যসকললৈ আজিৰ এই শিল্পী-দিবস তথা জ্যোতি-দিবসৰ শুভ অনুষ্ঠানত যোগ দিবলৈ সুবিধা দিয়াৰ বাবে আন্তৰিক শলাগ জনালোঁ।

শিল্পী বুলিবৰ ধৃষ্টতা মোৰ নাই, অৰ্হতাও নাই, জ্ঞানো সীমিত। পিতৃৰ আশীৰ্বাদতেই সঙ্গীতলৈ মোৰ ধাউতি বাঢ়ে যদিও সৰুকালতে পিতৃহাৰা হোৱাৰ হেতু সঙ্গীতৰ আন আন দিশ—গীত, বাদ্য, নৃত্য আদি ক্ষেত্ৰত মই শিক্ষা লোৱাত বাধা পৰে। অভিনয়ৰ ফালেহে চেষ্টা কৰোঁ। সফল হৈছোঁ নে নাই তাক মই নিজেই নাজানো। এতিয়াও নিজকে এজন শিকাৰু বুলিহে ভাবোঁ। গতিকে শিল্পীপৰ্যায় পাবলৈ এতিয়াও বহুত বাকী।

আপোনাসবে শিল্পী মনোভাৱেৰে মৰম কৰি আদৰি আনি এই সাধাৰণ-জনক যি সন্মান দিব খুজিছে—সেই সন্মান পাবৰ যোগ্যজন বুলি ভাবিবলৈকে মোৰ সন্দেহ হয়—তথাপি আপোনালোকৰ মৰম আশীৰ্বাদ জীৱনৰ এই বিয়লি বেলাত শিৰৰ ভূষণ বুলি শিৰ পাতি ললোঁ। নমস্কাৰ।

* ১৯৭৭ চনৰ ১৭ জানুৱাৰীৰ শিল্পী-দিবসত নামৰূপত জনোৱা সম্বৰ্ধনাৰ উত্তৰ।

## জাঁজী সঙ্গীত বিদ্যালয়ৰ শুভাৰম্ভলৈ

আজি ১৭ জানুৱাৰী জ্যোতি সোঁৱৰণী দিবসৰ শুভদিনত জাঁজীবাসী সঙ্গীতপ্ৰেমী ৰাইজে জাঁজী সঙ্গীত বিদ্যালয় এখনিৰ শুভাৰম্ভ কৰিবলৈ লোৱাটো অতি আনন্দৰ কথা।

এই অনুষ্ঠানটিৰ শুভাৰম্ভৰ প্ৰাৰম্ভণিতে এটি মাত্ৰ অনুৰোধ এই বিদ্যালয়খন যেন 'শাস্ত্ৰীয় সঙ্গীত'ৰ দৃঢ় ভেঁটিত গঢ় দিবলৈ যত্ন কৰে। আশাকৰোঁ ইয়াৰ ভৱিষ্যত শিল্পীসকলে ভাৰতৰ শীৰ্ষস্থানীয় কলাকাৰ, তথা শিল্পীসকলৰ লগত সমানে যোগ দি অসমী আইৰ মুখ উজ্জ্বল কৰিব। অসমৰ অন্যান্য বিদ্যালয়ৰ আদৰ্শ স্বৰূপ হওক, ইয়াকে ভগৱানৰ চৰণত প্ৰাৰ্থনা জনাইছোঁ।

নাট্যকাৰ, অভিনেতা মনিষীৰে জনাজাত জাঁজীবাসীৰ এই সঙ্গীত অনুষ্ঠানটি সাফল্যমণ্ডিত হওক বুলি অন্তৰৰে কামনা কৰিছোঁ।

'জাঁজী সঙ্গীত বিদ্যালয়'ৰ শুভাৰম্ভ সমাৰোহ উৎসৱত যোগ দিবলৈ অপাৰগ হোৱাৰ বাবে জাঁজীবাসীসকলৰ ওচৰত ক্ষমা বিচাৰি অনুষ্ঠানৰ উদ্যোক্তাসকললৈ আন্তৰিক শলাগ জনালোঁ।

ইতি

শ্ৰীফুনু বৰুৱা
শিৱসাগৰ
১৭ জানুৱাৰী ১৯৭৭



## শোক-বাৰ্তা

# পৰিশিষ্ট

.........আপোনাৰ সহোদৰ ভাই আমাৰ আপোনজন অসমৰ সংস্কৃতি বিভাগৰ এজন ৺ফুনু বৰুৱা স্বৰ্গীয় হোৱা খবৰ পাই মৰ্মাহত হৈছোঁ।......

**শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰ দেৱগোস্বামী**
সত্ৰাধিকাৰ, গড়মূড় সত্ৰ

কিনো লিখিম, কিনো ক'ব পাৰোঁ। কালি গধূলি ৰেডিঅ'ৰ বাতৰিয়ে সকলো মাতবোল বন্ধ কৰিছে। সকলো গ'ল; মইহে পুৰণি স্মৃতিবিলাক লই এই ঠাইত গৃহবন্দীৰূপে প্ৰাণটো লই দিন গণি থাকিব লগীয়া হৈছে।......

**প্ৰসন্নলাল চৌধুৰী**
বৰপেটা, কামৰূপ

"আমাৰ অতি আগ্ৰহৰ শিল্পীবন্ধু ফুনু বৰুৱাৰ দিল্লীত পৰলোক হোৱা বাতৰি অপ্ৰত্যাশিতভাৱে পাই বৰ দুখ পালোঁ। ৺বৰুৱাৰ লগে লগে আমাৰ এজন বিশিষ্ট শিল্পী অভিনেতা হেৰুৱালোঁ।"

**শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা**
টীয়ক

.........আপোনাসকলৰ এই দুখ শোকৰ সময়ত সান্ত্বনা দিবলৈ আমাৰ শক্তি নাই। আমি আমাৰ আন্তৰিক সমবেদনা জনাইছোঁ। আপোনাক আৰু পৰিয়ালৰ সকলোটিকে আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যাতে আপোনাসকলৰ মনত শান্তি দিয়ে।.........

**অমলপ্ৰভা দাস**
গুৱাহাটী

শিৱসাগৰ নগৰৰ স্বনামধন্য প্ৰসিদ্ধ চাহ খেতিয়ক আৰু সমাজ-সংস্কৃতি সেৱক শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাৰ ভাতৃ ৺পৰশুৰাম বৰুৱা এজন জাকত জিলিকা সিংহ পুৰুষ আছিল। তেওঁক 'পৰশুৰাম' বুবুলি 'ফুনু' বুলিয়েহে মানুহে সহজতে চিনি পায় যদিও হাতত কুঠাৰখন লৈ পৰশুৰামৰ ভাও দিবলৈ থিয়েটাৰৰ ষ্টেজত থিয় দিলে দৰ্শকৰ মনতো বৰ্তমানৰপৰা অতীতলৈ গুচি যায়। ফুনুৰ ব্যক্তিত্ব প্ৰতিভাৰ চিনাকি অসমত কমেহে ওলাব। বাটেদি যাওঁতে এনে অনুভৱ হয় যেন লাখৰ ভিতৰত। ফুনুৰ প্ৰধান কৃতিত্ব আছিল সকলো ভাওতে তেওঁ সুন্দৰভাৱে ফুটাই তুলিব পৰা। তেহেলৈ ৰজাৰ ভাওকে লওক, কটোৱালৰ ভাওকে লওক বা মগনীয়াৰ ভাওকে লওক। তেওঁৰ অভিনয় অতুলনীয় আছিল। মই ভাবোতে তেওঁ মাতৃগৰ্ভত স্থিতি পোৱাৰ সময়ত সম্ভৱত অভিনয়ৰ প্ৰকৃত জ্ঞান আৰু গুণ পাইছিল অৰ্থাৎ তেওঁ জন্মগত অভিনেতা আছিল।

এই মহান শিল্পীজনৰ মৃত্যুত অসমৰ কলা জগতখনৰ এক অপূৰণীয় ক্ষতি হ'ল। সৃষ্টিকৰ্তা পৰমেশ্বৰে যেন তেওঁৰ আত্মাৰ সদগতি কৰে। এয়ে মোৰ আন্তৰিক প্ৰাৰ্থনা।

**শ্ৰীদেৱেশ্বৰ শৰ্মা**

"......১২ তাৰিখৰ বাতৰি-কাকতত পাই লুটিয়াওঁতে ফুনু ককাইদেউৰ শেষ ক্ৰিয়া সমাধা হোৱাৰ খবৰ দেখা পাই মনত অত্যন্ত আঘাত পালোঁ। এই বাতৰিৰ বাবে সাজু নাছিলোঁ। দিল্লীলৈ আহিনো ককাইদেউৰ কেনেকৈ মৃত্যু হ'ল, তাকো বুজিব নোৱাৰিলোঁ। তেখেতৰ পবিত্ৰ আত্মাৰ শান্তি কামনা কৰিলোঁ। আপোনালোকৰ দুখত ময়ো সমদুখী বুলি জানি সান্ত্বনা পাব ভাবি চিঠিখন লেখিলোঁ।"

**ড° মহেশ্বৰ নেওগ**
পাঞ্জাবী বিশ্ববিদ্যালয়
পাতিয়ালা

"শ্ৰীপৰশুৰাম বৰুৱাৰ মৃত্যু বাতৰি পাই বৰ বেজাৰ পালোঁ। এজন সুৰুচিসম্পন্ন আৰু অমায়িক মানুহ প্ৰয়াত বৰুৱা অসমৰ নাট্যজগতৰ এটা





অবিস্মৰণীয় নাম। তেওঁৰ মৃত্যুত আমি এজন মঞ্চাভিনেতা আৰু বোল-ছবিৰ তাৰকা হেৰুৱালোঁ।"

**শ্ৰীযতীন্দ্ৰনাথ গোস্বামী**
প্ৰাক্তন সভাপতি
অসম সাহিত্য সভা,
যোৰহাট

"শ্ৰীযুত ফুনু বৰুৱা ককাইদেউৰ হঠাতে স্বৰ্গগামী হোৱা বাতৰি শুনি আমি অতিশয় দুখ পাইছোঁ।"

**শ্ৰীনিৰ্মল চক্ৰবৰ্তী**
অধ্যক্ষ, ডিব্ৰুগড় সঙ্গীত বিদ্যালয়

"আমাৰ পূজনীয় আৰু অতি মৰমৰ আজীৱন কলা-সাধক ফুনু (পৰশুৰাম) বৰুৱাৰ পৰলোক প্ৰাপ্তিত অসমৰ কলা-সাহিত্য জগতৰ এটি অপূৰণীয় ক্ষতি হ'ল।......"

**শ্ৰীঅতুলচন্দ্ৰ বৰুৱা**
গুৱাহাটী

"......কোৱা বাহুল্য ফুনু বৰুৱাৰ মৃত্যুত অসমৰ সাংস্কৃতিক আকাশৰ জ্যোতি কিঞ্চিৎকালৰ বাবে হ'লেও গভীৰ বেদনাৰ ভাবৰে আংশিকভাৱে ম্লান কৰিছে।

.........সুৰুয মাৰ গ'ল, কিন্তু সূৰুযৰ ৰেঙনি তেওঁৰ অনুগামী চন্দ্ৰসকলৰ আজেদি শান্তিৰ স্নিগ্ধশীতল জ্যোৎস্নাৰূপে বিয়পি পৰক ; এয়ে আশা।"......

**শ্ৰীনাৰায়ণ বেজবৰুৱা**
উত্তৰ গুৱাহাটী

".........অসমৰ এজন কৃতী শিল্পী আৰু গুণগ্ৰাহী ব্যক্তি শ্ৰদ্ধেয় ফুনু ককাইদেউৰ আকস্মিক মৃত্যুৰ বাতৰি শুনি অতিশয় দুখ পালোঁ। জন্মৰ দুৱাৰদলি গৰকি এই পৃথিৱীলৈ অহা প্ৰতিজন মানুহেই মৃত্যুৰ দুৱাৰেদি ওলাই যাবই লাগিব। সময়, কাৰণ আৰু লক্ষণ ভগৱানৰ দ্বাৰা নিয়ন্ত্ৰিত। সেই নেদেখাজনেই মৃত্যুৰ বেদনা সহ্য কৰিবলৈ শক্তি দিয়ক।"

**ড° লীলা গগৈ**
ডিব্ৰুগড় বিশ্ববিদ্যালয়

We are all shocked at the passing away of Shri Phunu Barooah who was so dear to us all.

We are all proud of his remarkable contributions to the cultural life of Assam……

**Saratchandra Sinha**
Ex-Chief Minister, Assam

……I was grieved to hear this sad news—I remember your father so well and I know what a fine person he was. It must be a great sorrow for your mother, yourself and all the family……

**Rukmini Devi Arundale**
Kalakshetra, Tiruvanmiyur
Madras—600 041

……On occasions such as this, it is not easy to convey one's feelings but your husband's death has been a personal loss to us. Though we had the good fortune of meeting him on only a few occasions in the last few years, nevertheless we felt that we have known him always. We were deeply impressed by his humility, his uprightness, his gentle sense of humour and his integrity; his deep faith in God and the simplicity with which he lived his life made a tremendous impact on all those who met him. Though he had been suffering, never once did he ever complain.

**Vice Admiral B. A. Samson**
9A, Dolphin Apartment
Pilot Bunder Road
Colaba
Bombay—400 005



## সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা আৰু তেওঁৰ বংশলতা

আধুনিক অসমীয়া সংগীতৰ ইতিহাসত যিটি নাম সৰ্বাগ্ৰগণ্য আৰু চিৰস্মৰণীয়, সেইটি নাম অসমৰ প্ৰসিদ্ধ বেজদলৈ ভণ্ডাৰী বৰুৱা বংশৰ অধস্তন দশম পুৰুষৰ কনিষ্ঠজন সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ। উনবিংশ শতিকাৰ মাজভাগত ১৮৬৫ খ্ৰীষ্টাব্দত উত্তৰ গুৱাহাটীৰ শিলসাঁকোত জন্ম গ্ৰহণ কৰা লক্ষ্মীৰামে পিতৃ বেথাৰাম বৰুৱা আৰু মাতৃকো কেঁচুৰা কালতে হেৰুৱাই, ককায়েক ললিতৰামৰ যত্নত ডাঙৰ-দীঘল হৈ হাইস্কুলৰ তৃতীয় শ্ৰেণী (এতিয়াৰ অষ্টম শ্ৰেণী) লৈকে পঢ়ি জীৱিকা অৰ্জনৰ পথ লয়। ১৯১৪ খ্ৰীষ্টাব্দত তেজপুৰত গড়কাপ্তানি বিভাগত কাম কৰি থকাৰ সময়ত ভৰ বয়সতে লক্ষ্মীৰামে শেষ নিশ্বাস ত্যাগ কৰিলে।

উনপঞ্চাছ বছৰীয়া এটি চুটি জীৱনত ঐকান্তিক সাধনা, গভীৰ দেশপ্ৰেম আৰু আপোন প্ৰতিভাৰে লক্ষ্মীৰাম বৰুৱাই অসমীয়া সংগীতৰ বুৰঞ্জীত যুগান্তৰ ঘটালে আৰু আধুনিক অসমীয়া সংগীতক দিলে এটি সুদৃঢ় বুনিয়াদ। লক্ষ্মীৰাম বৰুৱা—এই নামটিৰ আগত সংযুক্ত হ'ল এটি বিৰল বিশেষণ—'সংগীতাচাৰ্য'।

লক্ষ্মীৰাম বৰুৱা যথাৰ্থতে আছিল সংগীতাচাৰ্য। প্ৰাচ্য আৰু পাশ্চাত্ত্য সংগীতত অধিকাৰ স্থাপন কৰি লোৱা সংগীতাচাৰ্যই বৰগীত-বিহুনাম-বিয়ানামৰ দৰে অসমীয়া ঐতিহ্যৰ শাস্ত্ৰীয় আৰু লোক-সংগীতক হাৰমনিয়ম-বেহেলা-এছৰাজ-চেতাৰত প্ৰথমবাৰৰ বাবে তুলি আৰু প্ৰাচ্য আৰু পাশ্চাত্ত্য পদ্ধতিৰে স্বৰলিপি কৰি দান কৰিলে আধুনিক বিজ্ঞান-সম্মত ভেঁটি। কেৱল সেয়ে নহয়, এই প্ৰতিভাবান পুৰুষ গৰাকীয়ে ৰাগ-ভিত্তিক আধুনিক অসমীয়া গীত স্বৰলিপিৰে সৈতে ৰচনা কৰিলে। ১৯০৭ খ্ৰীষ্টাব্দত বৰুৱাদেৱে চাৰিশ গীতৰ স্বৰলিপিসহ আধুনিক অসমীয়া ভাষাত প্ৰথম ৰাগ-সংগীতৰ সংকলন 'সংগীত-কোষ' ৰচনা আৰু প্ৰকাশ কৰি উলিয়ায়। ১৯০৮ খ্ৰীষ্টাব্দত

প্ৰকাশ কৰি উলিয়ায় অসমীয়া ভাষাত সংগীত-অধ্যয়নৰ প্ৰথম পুথি 'সংগীত-সাধনা'। ইংৰাজী ভাষাত ৰচনা কৰা বৰুৱাদেৱৰ অসমীয়া, ভাৰতীয় আৰু পাশ্চাত্য সংগীতৰ তুলনামূলক অধ্যয়নৰ মূল্যবান গ্ৰন্থ 'সংগীত ৰত্নাৱলী'ৰ পাণ্ডুলিপি অৱস্থাতে ঘটা বিলুপ্তি আমাৰ সাংস্কৃতিক জীৱনৰ এটি অপূৰণীয় ক্ষতি হৈ ৰ'ল। সংগীতাচাৰ্যই এই তিনিওখন গ্ৰন্থৰ উপৰিও সংগীত-শিক্ষাৰ্থীৰ বাবে 'সংগীত শিক্ষা সোপান,' 'হাৰ্মনিয়াম শিক্ষা', 'বেহেলা শিক্ষা', 'তবলা শিক্ষা', 'চেতাৰ শিক্ষা' আদি সৰু সৰু পুথিও লিখি থৈ যায়। 'উষা'ত প্ৰকাশিত হৈছিল বৰুৱাদেৱৰ 'সংগীত' নামৰ এটি সুদীৰ্ঘ প্ৰবন্ধ। তদুপৰি, সাহিত্য আৰু সংগীতৰ সাধক বৰুৱাদেৱে 'বীণা' নামৰ এখন মাহেকীয়া কাকত উলিয়াবৰ বাবেও আয়োজন কৰিছিল। উল্লেখযোগ্য, সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাদেৱ আছিল তেজপুৰৰ প্ৰসিদ্ধ বাণ ষ্টেজৰো অন্যতম প্ৰতিষ্ঠাপক। বাণ ষ্টেজৰ সংগীত-পৰিচালকৰো দায়িত্বত থকা বৰুৱাদেৱে ১৯০৯ খ্ৰীঃত তাতে অসমীয়া বাদ্যৰ বাদ্যকাৰসকলক প্ৰশিক্ষণ দি গঢ়ি তুলিছিল এটি অভূতপূৰ্ব 'অৰ্কেষ্ট্ৰা-দল'।

গৌৰীপুৰৰ ৰজাবাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱাদেৱ আছিল সংগীতাচাৰ্যৰ অনুৰাগী আৰু সংগীত-চৰ্চাৰ ঘনিষ্ঠ সহযোগী। নিজৰ গুণ আৰু প্ৰতিভাৰে লক্ষ্মীৰাম বৰুৱাই প্ৰভাতচন্দ্ৰ বৰুৱাৰ বিৰল বন্ধুত্ব লাভ কৰিবলৈ সমৰ্থ হৈছিল।

সংগীতাচাৰ্যক তেওঁৰ প্ৰতিভাৰ স্বীকৃতি দি বংগৰ All India Academy of Music-এ সহযোগী সদস্যৰ সন্মান দান কৰিছিল আৰু A.A.I.A.M. উপাধি প্ৰদান কৰিছিল। তদুপৰি, তেতিয়াৰ পূৰ্ববংগ আৰু অসমৰ চৰকাৰে প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বাৰটা মাহৰ বাবে বাৰটা গীত ৰচনা কৰিবলৈ আৰু স্বৰলিপি কৰিবলৈ বৰুৱাদেৱক দায়িত্ব দিছিল। অসমীয়া, ইংৰাজী আৰু বঙলা ভাষাত বৰুৱাদেৱে স্বৰলিপি প্ৰস্তুত কৰি দিছিল।

১৯১৪ খ্ৰীষ্টাব্দত তেওঁ ইংলেণ্ডৰ 'ত্ৰিনিটি কলেজ'ত দাখিল কৰিবলৈ 'ভাৰতীয় সংগীত'ৰ বিষয়ে এখনি গৱেষণা-পুথি প্ৰস্তুত কৰিবৰ নিমিত্তে, তেওঁৰ 'সংগীত-ৰত্নাৱলী' সম্পূৰ্ণ কৰি ছপাই আনিবৰ নিমিত্তে আৰু কেইটামান অসমীয়া গীত আৰু বাদ্য-সংগীতৰ ৰেকৰ্ড মুদ্ৰণ কৰিবৰ নিমিত্তে চাকৰিৰপৰা



তিনিমাহৰ ছুটি লৈ কলিকতালৈ যাবলৈ ওলায়। অসমৰ আৰু ভাৰতৰো সাংস্কৃতিক জগতৰ দুৰ্ভাগ্য যে এই সময়তে অসুখত পৰি সংগীতাচাৰ্যই তেওঁৰ কিশোৰ পুত্ৰ শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু শ্ৰীপৰশুৰাম বৰুৱা আৰু কন্যা শ্ৰীমতী কনকলতা বৰুৱাক এৰি থৈ শেষ নিশ্বাস পেলায়।

উনপঞ্চাছ বছৰীয়া জীৱন-কালত সংগীতাচাৰ্য লক্ষ্মীৰামে নিজৰ অসামান্য প্ৰতিভাৰে অসমীয়া সংস্কৃতিৰ ভঁৰাললৈ আগবঢ়াই যোৱা লখিমী মুঠিয়েই অসমীয়া সংগীতক ত্ৰাণ কৰিলে আৰু নতুন প্ৰাণচাঞ্চল্য দান কৰিলে।

## সংগীতাচাৰ্যৰ বংশ-পৰিচয়

- অমৰসিংহ
  - বেজদলৈ নৰসিংহ ভণ্ডাৰী বৰুৱা
    - বেজদলৈ মাধৱচৰণ বৰবৰুৱা
      - বেজদলৈ মনথিৰ ভণ্ডাৰী বৰুৱা পৰ্বতীয়া ফুকন
        - বেজদলৈ ৰঙাচৰণ ফুকন
        - বেজদলৈ অভয়চৰণ ভণ্ডাৰী বৰুৱা
          - অম্বৰীষ ভঁৰালী বৰুৱা
            - বলোৰাম ভঁৰালী বৰুৱা
              - মনুৰাম কাকতী
                - যজ্ঞৰাম বৰুৱা
                  - ললিতৰাম বৰুৱা
                - বেথাৰাম বৰুৱা
                  - নিধিৰাম বৰুৱা
                - গোবিন্দৰাম বৰুৱা ( ২য় পক্ষৰ ৫জন পুত্ৰ )
                  - লক্ষ্মীৰাম বৰুৱা ( ১৮৬৫-১৯১৪ ) পত্নী : জাহ্নৱী বৰুৱা
                    - ৺স্বৰ্ণলতা বৰুৱা
                    - ৺মাধৱীলতা কটকী
                    - শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা (১৯০০) পত্নী : হিৰণপ্ৰভা বৰুৱা
                    - ৺পৰশুৰাম (ফুনু) বৰুৱা (১৯০১-১৯৮২) পত্নী : শ্ৰীমতী ক্ষীৰদাকুমাৰী বৰুৱা
                    - কনকলতা বৰুৱা ( চলিহা )
            - হলিৰাম ভঁৰালী বৰুৱা
            - সৰুৰাম ভঁৰালী বৰুৱা
      - বেজদলৈ অলিচৰণ ভণ্ডাৰী বৰুৱা